মাতৃপূজাৰ অৰ্ঘ্য—১৩

# মধুপর্ক

শ্ৰীলক্ষেশ্বৰ শৰ্ম্মা
শ্ৰীপ্ৰণীতা দেৱী




—চপলা সাহিত্য সদন—
পুস্তক প্ৰকাশ আৰু প্ৰচাৰ প্ৰতিষ্ঠান
পোষ্ট বক্স নং ১, শ্বিলং

প্ৰকাশক
শ্ৰীবিভুভূষণ চৌধুৰী
অসমীয়া সাহিত্য মন্দিৰ
পোষ্ট বক্স নং ১, শ্বিলং

পৰিবেশক
চপলা বুক ষ্টল
শ্বিলং :: অসম
[ ১৫৪—১—২—৬৩ ]

মুদ্ৰাকৰ
শ্ৰীফণীভূষণ ৰায়
প্ৰবৰ্ত্তক প্ৰিন্টিং এণ্ড হাফ্‌টোন লিঃ
কলিকতা—১২

প্ৰথম প্ৰকাশ
ফেব্ৰুৱাৰী—১৯৬৩

মূল্য—৩·০০ নঃ পঃ

# আগ কথা

মাতৃপূজাৰ অৰ্ঘ্যৰ অনুষ্টুপীয়া অৱদানে ৰাইজৰ সমাদৰ লাভ কৰা দেখি পূজাৰ সম্ভাৰ গোটাবলৈ লিখক লেখিকাৰ উৎপ্ৰেৰণা জন্মিছে। সেই দেখি 'ধূপধুনা'ৰ গোন্ধ নৌ মাৰ যাওতেই পূজালৈ 'মধুপৰ্ক' আগবঢ়োৱা হ'ল। 'পূজা সুসম্পন্ন হওক' এই আশীৰ্ব্বাদ মাথোন ৰাইজৰ ওচৰত ভিক্ষা থাকিল।

'বল্মীক'
নংগ্ৰিম হিল্, ছিলং
১৯৬৩

লিখক
লেখিকা

## প্ৰথম ভাগ

( শ্ৰীলক্ষেশ্বৰ শৰ্ম্মা )



## দ্বিতীয় ভাগ

( শ্ৰী প্ৰণীতা দেবী )



* যোঁপাছাৰ ছাঁলে।

# প্ৰথম ভাগ

## নকলি মুকুতা

যৌৱনৰ পয়োভৰ হওঁতেই ৰজতে গাভৰু ৰোহিনীক চহৰৰ সঙ্গীতানুস্থানত দেখা পালে। ৰজতৰ ওপৰৱালা বিষয়া সঙ্গীতানুৰাগী। সেই উপলক্ষে তেওঁ সঙ্গীত প্ৰদৰ্শনীৰ আয়োজন কৰে। ৰজত আৰু ৰোহিণীৰ মাকৰ তাত নিমন্ত্ৰণ আছিল। ৰজতে প্ৰাপ্ত যৌৱনা ৰোহিনীক দেখা পাই মদনৰ শৰত বিদ্ধ হ'ল।

ৰোহিণীৰ আচল ঘৰ চহৰৰ পৰ দূৰণিত। তেওঁৰ দেউতাক এজন দয়ালু চিকিৎসক আছিল। ছমাহৰ আগতে দেউতাকৰ অকাল মৃত্যু ঘটে। স্বামীৰ অবিহনে ৰোহিণীক বুকুত লৈ তেওঁৰ বিধবা মাক চহৰত আছেহি। সুবিধা বুজি ৰোহিণীক লগত লৈ মাকে পৰিচিত বন্ধুবান্ধৱৰ ঘৰলৈ যায়। তেওঁৰ লহু পহীয়া জীয়েক জনীৰ কাৰণে এটি ভাল পাত্ৰ চহৰত ঠিক কৰিবলৈ তেওঁৰ অন্তৰত হাবিয়াস। তেওঁবিলাক দৰিদ্ৰ হলেও সাধু আৰু নিৰভিমানী পৰিয়াল। ৰোহিণী সুলক্ষণা। সৌন্দৰ্য্য আৰু গুণৰ ফালে লক্ষ্য কৰিলে ৰোহিণী প্ৰত্যেক সুসংযত যুৱকৰে কাম্য বুলিব পাৰি। যৌৱনত শিক্ষিত ডেকা লৰাই যেনে পত্নীৰ কামনা কৰে ৰোহিণীকো তেনে মনস্কামনাৰ বাস্তৱ ৰূপ বুলিব পাৰি। ৰোহিণীৰ সাজ পাৰ সৰল, ব্যৱহাৰ কথোপ-কথন মধুৰ আৰু গতি ধীৰ। তেওঁৰ মুখত সদায় গম্ভীৰ হাঁহি।

স্বৰ্গৰ দেৱী যেন ৰোহিণীক যেয়ে দেখে সেয়ে ৰ' লাগি চায়। প্ৰত্যেকৰে মুখত ৰোহিণীৰ প্ৰশংসা। মুখে মুখে মাথোন কথা ৰোহিণীৰ যি প্ৰণয় লাভ কৰে তেওঁতকৈ ভাগ্যৱান নাই, ৰোহিণীতকৈ ভাল তিৰোতা কোনেও নাপায়।

ৰজতৰ মাহিলি আয় ছকুৰি টকা। তেওঁ ভাবিলে এই টকাৰেই তেওঁ সাধাৰণ ৰকমে বিবাহিত জীৱন নিৰ্ব্বাহ কৰিব পাৰিব। ৰোহিণীৰ প্ৰণয়াকাঙ্খী হৈ তেওঁ বিবাহৰ প্ৰস্তাৱ দিলে। প্ৰস্তাৱত কন্যাপক্ষ সম্মত হ'ল।

ৰজত আৰু ৰোহিণীৰ সংসাৰ মধুময় হ'ল। ৰোহিণীয়ে ঘৰসংসাৰ এনে আটোম্ টোকাৰিকৈ চলাইছিল যে দেখিলে অনুমান হৈছিল যে এই দম্পতীয়ে বিলাসৰ জীৱন কটাইছে। ৰোহিণীয়ে ৰজতৰ সুখৰ কাৰণে সকলো সময়তে ব্যস্ত হৈ [illegible]ছিল। সৰু ডাঙৰ সকলো কথাতে ৰজত যাতে সন্তুষ্ট হয় তাৰ কাৰণে ৰোহিণী সদায় তৎপৰ হৈ আছিল। ৰজতৰ কাৰণে ৰোহিণীৰ প্ৰেম আৰু সঙ্গ ইমান মধুৰ হৈছিল যে বিয়াৰ পাঁচোটা বছৰ পাৰ হৈ যোৱাৰ পিচতো ৰজতে অনুভৱ কৰিলে যে ৰোহিণীক প্ৰথম মধু যামিনীত যিমান ভাল পাইছিল তাতোকৈ তেওঁৰ অনুৰাগ এতিয়া গভীৰ হ'ল।

ৰজতে ৰোহিনীৰ দুটা কথা ভাল পোৱা নাছিল। প্ৰথমটো হৈছে ৰোহিণীৰ ছায়া চিত্ৰৰ প্ৰতি আকৰ্ষণ। দ্বিতীয়তে ৰোহিণীৰ নকলি মণি মুকুতাৰ প্ৰতি অতিশয় অনুৰাগ। ৰোহিণীৰ বান্ধৱী সকলে মাজে সময়ে ছায়া গৃহত নতুন চিত্ৰৰ প্ৰদৰ্শনী হোৱাৰ

লগে লগেই ৰোহিণী দম্পতীৰ কাৰণে আসন সুৰক্ষিত কৰি থৈছিল। যথা-ষথ মূল্য দি কিনি থোৱা আসন পূৰাবলৈ অনিচ্ছা সত্বেও ৰজত বাধ্য হৈছিল। দিনটো হাড়ভঙা অফিচৰ পৰিশ্ৰমৰ পিচত ৰজতে ছায়া গৃহলৈ নগৈ ঘৰত নিৰলে থাকিবলৈ যি হাবিয়াস্ কৰিছিল সেই আশা প্ৰায়েই পূৰণ নৈছিল। এইদৰে বহুত দিন যোৱাৰ পিচত ৰজতে তেওঁক ছায়াচিত্ৰলৈ যোৱা কৰ্ত্তব্যৰ পৰা মুক্তি দিবলৈ ৰোহিণীক অনুৰোধ কৰিলে। ৰজতে ৰোহিণীক বুজাই ক'লে যে ৰোহিণীৰ কোনো বান্ধৱীক সঙ্গিনী কৰি লৈ তেওঁক এই কামৰ পৰা অব্যাহতি দিলে তেওঁ সুখী হ'ব। কিয়নো ছায়া গৃহই তেওঁক কোনোদিনে আমোদ দিব পৰা নাছিল। ৰোহিণী এই প্ৰস্তাৱত প্ৰথমতে সম্মত নহলেও শেষত মান্তি হৈছিল। ৰজতে বৰ আনন্দ পালে।

ছায়াচিত্ৰৰ প্ৰতি আসক্তি বঢ়াৰ লগে লগেই ৰোহিণীৰ মণি মুকুতাৰ প্ৰতি আকৰ্ষণ বাঢ়িবলৈ ধৰিলে। তেওঁৰ সাজপাৰ আগৰ দৰে থাকিলেও ডিঙি, কাণ, হাত আৰু আঙুলিত নানান্ আধুনিক চানেকীৰে গঢ়া কৃত্ৰিম মণি মুকুতা গঢ়া অলঙ্কাৰে শোভা বঢ়াবলৈ ধৰিলে। অলঙ্কাৰবোৰত খাজ খাই থকা পোৱাল আৰু পাথৰ বিলাক প্ৰকৃত হীৰাৰ নিচিনাকৈ জিলিকিছিল।

ৰজতে মাজে সময়ে ৰোহিণীক কৈছিল "প্ৰিয়ে, আমি যেতিয়া প্ৰকৃত হীৰা মুকুতা কিনিব নোৱাৰো। কৃত্ৰিম

পাথৰেৰ তোমাৰ ধুনীয়া শৰীৰটো শোভা বঢ়াবলৈ যোৱাটো তোমাৰ অনৰ্থক চেষ্টা। স্ত্ৰীজাতিৰ কাৰণে বিধাতাই দিয়া সৌন্দৰ্য্যই উৎকৃষ্ট অলঙ্কাৰ। আৰু সেই দৈৱলব্ধ অলঙ্কাৰেৰেই সুশোভিত হোৱা উচিত। স্ত্ৰীৰ নৈসৰ্গিক সৌন্দৰ্য্যৰহে পুৰুষ উপাসক। ৰোহিণীয়ে তেওঁৰ স্বভাৱ-সুলভ মধুৰতাৰে কৈছিল “আপুনি কোৱা কথা মই অনুভৱ কৰিছোঁ। কিন্তু মই কি কৰিম?” অলঙ্কাৰ মোৰ অতিমাত্ৰা প্ৰিয়। মোৰ ইয়েই একমাত্ৰ দুৰ্ব্বলতা। আমি তিৰোতাজাতিয়ে আমাৰ প্ৰকৃতি পৰিৱৰ্ত্তন কৰিব নোৱাৰোঁ।”

এইদৰে কৈ ৰোহিণীয়ে মুকুতাৰ মালাধাৰ হাতেৰে লিৰিকি বিদাৰি উজ্জ্বল বাখৰখিনি ৰজতৰ ফাললৈ দেখুৱাই ক'লে “আপুনি ভালকৈ চাওকচোন, এই মুকুতাবিলাক দেখিলে ভাল নেলাগেনে? যেয়ে দেখে এই মুকুতাবিলাক প্ৰকৃত বাখৰ বুলি নকবনে”?

ৰজতে কয় “প্ৰিয়ে, অলঙ্কাৰৰ সৌন্দৰ্য্যৰ তুমি উপাসক। মোৰ ক'বলৈ একো নাই।”

গধুলি জুহালৰ ওচৰত বহোঁতে ৰোহিণীয়ে মাজে সময়ে কাঠৰ টেমাটোৰ পৰা গহনাবিলাক উলিয়াই ৰজতৰ আগত থয়। ৰজতে টেমাটো আবৰ্জ্জনা বুলি কয়। ৰোহিণীয়ে কৃত্ৰিম মণি মুকুতাবিলাক একাণপতীয়াকৈ চাই থাকে। গভীৰ আৰু গুপুত আনন্দ ৰোহিণীৰ সেই চাৱনিৰ তলত লুকাই আছিল। মাজে সময়ে ৰোহিণীয়ে মালা এধাৰি ৰজতৰ ডিঙিত

পিন্ধাই দি খিল্ খিল্কৈ হাঁহি কয় "আপোনাক মালা পিন্ধিলে কেনে কুৎসিত দেখি?"

"তাৰ পাছত ৰোহিণীয়ে ৰজতৰ কাষ চাপি প্ৰণয়ৰ মৰ্য্যাদা অক্ষুণ্ণ ৰাখে।

এদিন পুহ মহীয়া ৰাতি ছায়া গৃহৰ পৰা আহোঁতে ৰোহিনী জাৰত থৰ্ থৰ্ কঁপিছিল। তেতিয়া চিপ্-চিপ্ কৰে আবতৰীয়া বৰষুণে জাৰত পৃথিবীখনক ঠেৰেঙা লগাইছিল। জাৰত কপি কপি ঘৰলৈ আহি ৰোহিণীয়ে ৰজতক কলে যে তেওঁৰ গা বৰ বেয়া। পিচদিনা ৰাতি পুৱা ৰোহিণীৰ জ্বৰ আৰু কাহে দেখা দিলে। তেওঁৰ শৰীৰৰ উত্তাপ বেচি হ'বলৈ ধৰিলে। নিশ্বাস প্ৰশ্বাস কষ্টকৰ হ'ল। চিকিৎসকক মাতি আনি ৰজতে ৰোহিণীৰ ৰোগ উপশম কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিলে। কিন্তু বিধাতাৰ লিখন অখণ্ডনীয়। আঠদিন ৰোগ ভোগাৰ পাছত ৰোহিণীৰ হাওঁ ফাওঁ এনেকৈ উখহি পৰিল যে ৰোহিণীয়ে চিৰকাললৈ চকু মুদিলে।

ৰোহিণীৰ মৃত্যুত ৰজত মৰ্ম্মাহত হ'ল। তেওঁৰ সোণৰ সংসাৰখন ছাই হৈ গ'ল, ডিঠক আৰু সপোনত ৰজতে যি এখন মধুৰ জগত সৃষ্টি কৰি তাৰ বিনন্দীয়া সুখ অনুভৱ কৰিছিল ৰোহিণীৰ শেষ নিশ্বাসে সেই ধুনীয়া জগতখনক ৰজতৰ চকুৰ পৰা আঁৰ কাপোৰেৰে ঢাকি পেলালে। ৰজতৰ দিন যায় ৰাতি নুপুৰায়। একোটা দিন এযুগ যেন দীঘল হ'ল। এমাহৰ ভিতৰতে তেওঁৰ চুলি শুকুলা আৰু গাল সোতোৰা সোতোৰ

হ'ল। তেওঁৰ হৃদয় শোকত গধুৰ হ'ল। অনৰ্গল কান্দোতে চকু ঢোন্দোলা হ'ল। ৰোহিণীৰ লিচ্‌পিচিয়া দেহটো, লৰুন্তু যেন গালদুখনি, তিলফুল যেন নাকটি, হৰিণৰ যেন চকু দুটি এই সকলোবোৰৰ স্মৃতিয়ে ৰজতৰ দেহ মন বলীয়া কৰিলে। সময়ে শোক পাতলায়, কিন্তু ৰজতৰ দুখ লঘূ কৰিব নোৱাৰিলে। অফিছত কাম কৰিবৰ সময়ত যেতিয়া তেওঁৰ বন্ধুবিলাকে বিষয় আলোচনা কৰে তেতিয়া তেওঁৰ মন উৰি গৈ ৰোহিণীৰ স্মৃতিত আবদ্ধ হৈ পৰে, দুচকুৰেদি পানী বৈ যায় আৰু ৰজতে উচুপি উচুপি কান্দে।

ঘৰলৈ গ'লে ৰোহিণীৰ হেঁপাহৰ মণিমুকুতাবিলাক আৰু ৰোহিণীৰ দেহৰ স্পৰ্শ সুখ লাভ কৰে। সাজ পাৰ বিলাকলৈ ৰজতে ৰ' লাগি চাই তন্ময় হয়। তেওঁ ভাবে ৰোহিণী তেওঁৰ জীৱনৰ সৰ্ব্বস্ব। ৰোহিণী বিনে তেওঁৰ জীৱন অসাৰ।

ৰজতৰ জীৱন ক্ৰমে দুৰ্ব্বহ হৈ পৰিল। তেওঁৰ যি আয় হয় ৰোহিণীয়ে তাৰেই সকলে খোৱা পিন্ধা বস্তু যতনাই দিছিল। তেতিয়া কেৱল মাহৰ মূৰত উপাৰ্জ্জনৰ ধন ৰজতে ৰোহিণীক দিছিল। ৰোহিণীয়ে তেওঁৰ লখিমী হাতেৰে সকলো অভাৱ অনাটন দূৰ কৰিছিল। ৰোহিণীৰ অবিহনে ৰজতৰ উপাৰ্জ্জনৰ ধনেৰে দুবেলা দুমুঠি খাবলৈ নোজোৰা হ'ল। ৰজতে গুণা গঠা কৰে "ৰোহিণী কিমান সুনিপুণ! মোৰ অলপীয়া আৰ্জ্জনেৰেই তেওঁ মোক সুখত ৰাখিও যি সঞ্চয় কৰিছিল তাৰে ছায়াচিত্ৰৰ আমোদৰ আৰু কৃত্ৰিম মণি মুকুতাৰ খৰছ

যোগাইছিল। কিন্তু আজি সেই ধনেৰে মই কোনোমতে ডেড়কুৰি দিন কটাব নোৱাৰো। ৰোহিনী প্ৰকৃততে গৃহলক্ষ্মী আছিল।"

ৰজত অভাৱত পৰি ঋণগ্ৰস্ত হ'ল। দৰিদ্ৰতাৰ শেষ সীমাত তেওঁ উপস্থিত হ'লগৈ। এদিন তেওঁৰ হাতত ফুটা কড়ি এটাও অৱশিষ্ট নাছিল। এমুঠি চাউল কিনিবলৈকো তেওঁৰ যোত্ৰ নাছিল। ইমান অভাৱৰ তাড়নাত কেনেকৈ দিন পাৰ কৰা যায় তেওঁ ভাবি থাকোতে মনত খেলালে—তেওঁৰ অনাৱশ্যকীয় সামগ্ৰীবিলাক তেওঁ নিশ্চয় বেচি ধন উলিয়াব পাৰে। এইদৰে সিদ্ধান্ত কৰোঁতেই তেওঁৰ মনত পৰিল ৰোহিণীয়ে এৰি থৈ যোৱা মণি মুকুতাবিলাকলৈ। এই কৃত্ৰিম আভৰণ বিলাকেই ৰোহিনীৰ মধুৰ স্মৃতিত তেওঁৰ মনত মলি সানি থাকে। গতিকে এইখিনি ক্ৰমান্বয়ে বেচি পেলালে এহাতে ধন আনহাতে মনৰ শান্তি হ'ব। জীৱনৰ শেষ দিনলৈকে ৰোহিণীয়ে মণি মুকুতা কিনিছিল আৰু সন্ধিয়া ঘৰলৈ আহোঁতে প্ৰায়েই ন-ন পোৱাল বাখৰ ঘৰলৈ আনিছিল। ৰজতে ভাবিলে ৰোহিণীৰ মধুৰ মণিধাৰ প্ৰথমে বেচি পাঁচটকাৰ পৰা সাঁত টকালৈকে পাব পাৰে, আৰু তাৰেই কেবাদিনো তেওঁৰ দৰিদ্ৰ জীৱনৰ আহাৰ গোটাই ল'ব পাৰিব। মণিধাৰ ততালিকে জেপত ভৰাই লৈ সোণাৰীৰ ঘৰলৈ খোজ ল'লে।

প্ৰথমে সোণাৰীৰ যিখন দোকান পালে তাত সোমাবলৈ লাজ লাগিছিল। প্ৰথমতে তেওঁৰ নিজৰ দৰিদ্ৰতা আনৰ আগত জনাবলৈ লাজ পাইছিল। দ্বিতীয়তে কৃত্ৰিম পোৱালৰ

মণিধাৰ দেখুৱাবলৈ সঙ্কোচ কৰিছিল। মৰসাহ দি দোকানলৈ সোমাই দোকানীক সুধিলে "ডাঙৰীয়া এই মণিধাৰৰ দাম কিমান হ'ব জানিবলৈ দিবনে? দোকানীয়ে মণিধাৰ হাতলৈ তুলি ল'লে আৰু তেওঁৰ মহৰীজনক মাতি আনি ৰজতে নজনাকৈ কিবা ক'লে। তাৰ পিচত মণিধাৰ দোকানৰ গাদীত থৈ তালৈ চকু মুঘুৰোৱাকৈ চাই ৰ'ল।

দোকানীজনৰ সূক্ষ্ম বিচাৰ দেখি ৰজতৰ আমনি লাগিল। তেওঁ কলে ডাঙৰীয়া, মণিধাৰৰ দাম নিচেই কম বুলি মই মানো।" এনেতে দোকানীজনে মাত লগালে "মণিধাৰৰ দাম তিনিশৰ পৰা পাঁচশ টকালৈকে হ'ব পাৰে কিন্তু মণিধাব মই কিনিব লাগিলে আপুনি ক'ৰ পৰা পাইছে—এই কথা মোক ক'ব লাগিব।"

ৰজতৰ চকু স্থিৰ হ'ল আৰু মুখখন মেল খাই ৰ'ল। তেওঁ দোকানীজনৰ কথা ভালকৈ বুজিব পৰা নাই যেন লাগিল। তিনিশ টকা পাঁচশ টকা কিহৰ দাম? মূল্যহীন কাঁচৰ মণিধাৰৰ দাম কেই অনা হ'ব পাৰে? এশ দুশ তিনিশ পাঁচশ টকা কাঁচৰ মণিধাৰৰ দাম হ'ব পাৰেনে? এইদৰে ভাবি চিন্তি তেওঁ আকৌ সুধিলে "ডাঙৰীয়া আপুনি মোৰ লগত পেংলাই কৰা নাইনে?"

দোকানীয়ে ততালিকে উত্তৰ দিলে "আপুনি আন সোণাৰীক সুধি চাওক। মই অতি বেছি পাঁচশ টকা দিম। আপুনি যদি ইয়াতকৈ বেচি দাম নেপায় তেন্তে মোৰ ওচৰলৈকেলৈ আহিব।"

ৰজত বিস্ময়ত বুৰ গ'ল। তেওঁ মণিধাৰ হাতলৈ তুলি

দোকানৰ পৰা ওলাই গ'ল। মনত ভাবিলে তেওঁ সপোনতনে ডিঠকত? বাহিৰলৈ আহি ভাবিলে "মুৰ্খ দোকানী! তাৰ কথামতে মই বিক্ৰী কৰাহেঁতেন! এই সোণাৰীয়ে নকলি বাখৰ মুকুতাকে চিনিব নোৱাৰে। কিমানে তাক ঠগিছে দেহি!"

অলপদূৰ গৈয়ে ৰজত আন এখন সোণাৰীৰ দোকানত সোমালগৈ। হাতখন আগবঢ়াই ৰজতে মণিধাৰ দোকানীক দেখুৱালে। দোকানীজনে একে আষাৰ কথাকেই ক'লে, "এইধাৰ মোৰ চিনাকী মণি। এই দোকানৰে পৰা কিনি নিছিল।" ৰজতে ঠেঠ্ মঠ্ খাই সুধিলে "ইয়াৰ দাম কিমান?"

দোকানীয়ে ক'লে "মণিধাৰ মই আঠশ টকাত বেচিছিলো। এতিয়া মই আঠশ টকাত কিনি লব পাৰোঁ। কিন্তু তাৰ আগতে আপুনি কৰ পৰা পাইছে এই কথা মোক ক'ব লাগিব।"

ৰজত হতবম্ব হ'ল। তেওঁ অলপ পৰ বৈ আকৌ কলে "ডাঙৰীয়া, মণিখিনি ভালকৈ পৰীক্ষা কৰি চাওক। এতিয়ালৈকে মণিধাৰ মই নকলি পোৱাল বুলি ভাবি আছিলোঁ।"

দোকানীয়ে সুধিলে "ডাঙৰীয়া আপোনাৰ নাম জানিব পাৰোনে?" ৰজতে ক'লে "মোৰ নাম ৰজত। মই চহৰৰ মধুবন পথৰ ১৭ নম্বৰ কেৰেয়াত লৈ থাকোঁ। মধুবন শিল্পানুষ্ঠানৰ প্ৰধান বিষয়াৰ অফিছত মই কাম কৰোঁ।

দোকানীৰে তেওঁৰ হিচাবৰ বহীৰ পাত লুটিয়াই চাই ক'লে "এই মণিধাৰ ১০ অক্তোবৰ তাৰিখে মধুবন পথৰ ১৬ নম্বৰ নিবাসী শ্ৰীমতী ৰোহিণী বৰুৱানীলৈ পঠিওৱা হৈছিল।"

দুয়োজন চকুৱে চকুৱে চাই ৰ'ল। ৰজত নিৰ্ব্বাক নিষ্পন্দ, মূৰ্ত্তিমান্ হৈ পৰিল। অদৃশ্য শক্তিয়ে যেন তেওঁৰ হিয়াখন চুৰ্মাৰ কৰি পেলালে। দোকানীজনে অনুমান কৰিলে যে উপস্থিত মানুহজন নিশ্চয় অপহৰণকাৰী। তেওঁ নিস্তব্ধতা ভাঙি কলে "ডাঙৰীয়া, আপুনি এই মণিধাৰ এদিনৰ কাৰণে মোৰ হাতত থৈ যাবনে? মই আপোনাক এখন ৰছিদ দিম।"

ৰজতে ক'লে "নিশ্চয় থ'ম। এইদৰে কৈয়েই ৰছিদ এখন জেপত লৈ তেওঁ ওলাই গ'ল"

ৰাজ বাটলৈ আহি ৰজতে বলীয়াৰ দৰে ইফালে সিফালে যাবলৈ ধৰিলে। কেনি কলৈ গৈছে তেওঁ নিজে উমান নাপায়। তেওঁ ঘটনাটো বুজিবলৈ যত্ন কৰি চালে। কিন্তু দোধোৰ মোধোৰ ভাবে তেওঁক আওৰি ধৰিলে। কিন্তু এটা কথা[illegible] ঠিক। ইমান দামী অলঙ্কাৰ ৰজতৰ ধনেৰে ৰোহিনীয়ে কেতিয়াও কিনিব নোৱাৰে। তথাপি কেৱল সিদিনা ১০ অক্তোবৰৰ দিনা সোণাৰীয়ে এই মণিধাৰ ৰোহিনীলৈ পঠিয়াইছিল। তেন্তে ৰোহিনীক মণিধাৰ নিশ্চয় কোনোবাই উপহাৰ দিছিল! ৰজতৰ গা জিকাৰ খাই উঠিল। উপহাৰ! কোনে ৰোহিনীক উপহাৰ দিব? ৰোহিণীক উপহাৰ দিব বা কিয়? ৰোহিণী নিষ্কলঙ্কা আৰু নিষ্পাপী। ৰোহিণীয়ে আনৰ উপহাৰ লব বা কিয়? বা তাই ৰজতৰ চকুত ধূলি মাৰি অবৈধ প্ৰণয়ৰ কিয় ভিক্ষাৰিণী হব? বাটৰ মাজতে থিয় হৈ ৰজতৰ মনত ভোলপাৰ লাগিল। পোন প্ৰথমে

ৰোহিণীৰ সতীত্বৰ ওপৰত ৰজতৰ সন্দেহ জন্মিল। ৰোহিণী অসতী নেকি? তেন্তে বাকী মণি মুকুতা বিলাকো উপহাৰ পাইছিল নেকি? তেন্তে সেই অলঙ্কাৰ বিলাকো বহুমূলীয়া ৰত্ন নেকি। এই মণি মুকুতাবিলাক ৰোহিণীয়ে গুপ্ত প্ৰণয়ৰ অবিহনা লৈ তেওঁৰ লগত কেবল শয্যাশায়িনী হিচাবে দিন কটাইছিলনেকি? ৰজতৰ মুৰ আচন্দ্ৰাই কৰিলে। তেওঁৰ ভৰিৰ তলত থকা পৃথিবী খন যেন ঘুৰিবলৈ ধৰিলে, গছ গছনি বিলাক উঘাল্ খাই মাটিত পৰিলে। সংজ্ঞাহীন হৈ তেওঁ চাচ্ কৰে মাটিত পৰিল। বাটৰুৱাই ৰজতক পৰিচৰ্য্যা কৰি আস্পতাললৈ নিলে। তাত চেতনা পাই ৰজতে ভাবিলে তেওঁ এতিয়াও এই পৃথিবীতে আছে। যি পৃথিবীত তেওঁৰ হিয়া ভাগি ছিগি চুৰমাৰ হৈ গৈছিল সেই বসুন্ধৰাই তেওঁক এতিয়াও আশ্ৰয় দি থৈছে। আস্পাতালৰ পৰা চিকিৎসকৰ পৰামৰ্শ মতে ৰজতক ঘৰলৈ যাবলৈ দিয়া হ'ল। চিকিৎসকে ৰজতক পৰামৰ্শ দি ক'লৈ "ডাঙৰীয়া আপোনাৰ নাড়ী আৰু হৃদযন্ত্ৰ সবল হৈ আছে। ক্ষণিক উদ্বেগত আপোনাৰ শাৰীৰিক দুৰ্ব্বলতা উপস্থিত হৈছিল। এতিয়া কোনো ৰোগ নাই। উদ্বেগ আঁতৰাই থবলৈ যত্ন কৰিব। সেয়ে হ'লে আপুনি সুস্বাস্থ্য, ভোগ কৰিব।" ঘৰলৈ গৈ ৰজতে বাহিৰৰ দুৱাৰখন নিকপ কপীয়াকৈ ডাং লগাই থলে। দুখ ভাগৰত জুকলা হৈ পাটিৰ ওপৰত তেওঁ দীঘল দি পৰিল। মনৰ যন্ত্ৰণা, উদ্বেগ, খুদুৰনি আৰু সন্দেহত গোটেই নিশা চটফটাই থাকিল।

ৰোহিণীক আজি পোৱা হ'লে তেওঁৰ মনটো জুৰ হলহেঁতেন আৰু ৰোহিণী যদি তেওঁৰ লগত সুখী হোৱা নাছিল তেন্তে তেওঁ ৰোহিণীকো সুখী হ'বলৈ বাট দেখুৱাই দিলেহেঁতেন। ৰোহিণী থাকোঁতে বাৰু তেওঁ মণি এধাৰৰ মূল্য নিৰূপণ কৰি নাচালে কিয়? তেতিয়া চোৱা হলে তেনে সকলো কথাৰ ভু পালেহেঁতেন আৰু আজিৰ এই দুৰ্ব্বহ জীৱনৰ যন্ত্ৰনা ভোগ কৰিব নেলাগিলহেতেন।

পিচ দিনা ৰাতিপুৱা তেওঁ শৰীৰ অৱশ যেন পালে। অফিচলৈ যাবলৈ তেওঁৰ শকতি নহ'ল। সেই দিনটোৰ কাৰণে তেওঁ অবসৰ বিচাৰিলে। তেওঁৰ মনত পৰিল যে সোণাৰীৰ হাতত থকা মণিধাৰ আনিবগৈ লাগে। সাজপাৰ পিন্ধি তেওঁ ওলাই গ'ল।

বতৰ মনোহৰ। পুহ মহীয়া নিয়ৰক ঠেলি সূৰ্য্য দেৱতাই জাতি থেৰেঙা লগা পৃথিবী খনক উম্ দিছে। সুদূৰ নীল আকাশ খনক কৰবাত একোচপৰা শুকুলা ডাৱৰে মাথোন ঢাকি থৈছে। ব্যস্ততা পূৰ্ণ চহৰত আঢ্যৱন্ত শ্ৰেণীৰ মুনিহ তিৰোতাই হেলাৰঙে প্ৰকৃতিৰ সৌন্দৰ্য্য উপভোগ কৰিছে। দৰিদ্ৰ কৰ্ম্মজীৱী শ্ৰেণীয়ে নিজৰ নিজৰ কৰ্ত্তব্যত মনপুতি লাগিছে। ৰজতে ধনী মানুহৰ বিলাস উপভোগলৈ লক্ষ্য কৰি মনে মনে ভাবিলে "ধনী মানুহ প্ৰকৃততে সুখী। ধন থাকিলে গধুৰ শোকো পাতল হৈ পৰে। শোকাতুৰ মানুহে ধন হ'লে ইচ্ছামতে ভ্ৰমিব পাৰে। ভ্ৰমণে প্ৰকৃততে শোক গুচায়। হায়! ময়ো যদি ধনী হলোহেঁতেন।"

ৰজতৰ পেটত কল্‌মলনি লাগিছিল। তেওঁ কেতিয়া শেষ আহাৰ খাইছিল মনত নপৰে। তেওঁৰ হাতত ফুটা কড়ি এটিও নাই। পইচা নহলে তেওঁ কেনেকৈ খায় ? তেতিয়া তেওঁৰ মণিধাৰলৈ মনত পৰিল। কিয় সাত শ টকা তেওঁৰ আছে নহয় ? ইমান বেচি ধনৰ আজি তেওঁ মালিক যেতিয়া অনাহাৰে কিয় থাকিব ?

এইদৰে গৈ তেওঁ সোণাৰীৰ দোকানৰ ওচৰ পালেগৈ। সাতশ টকাৰ স্বপ্নই তেওঁৰ মুখ পোহৰাই পেলালে। তেওঁ দোকানৰ ভিতৰত সোমাও নোসোমাওকৈ কেবাবাৰো অগাপিচা কৰিলে। সোমাব খোজে কিন্তু লাজে তেওঁক পাচুৱাই আনে। ইফালে পেটত ভোকে দহিব লাগিছে। হাতত কড়ি এটাও নাই। শেষত মৰসাহ কৰি তেওঁ দোকানৰ ভিতৰ সোমাল। দোকানীজনে তেওঁক দেখা পাই আথে বেথে বহুৱাই ক'লে "ডাঙৰীয়া, মই প্ৰয়োজনীয় অনুসন্ধান কৰিলোঁ। আপোনাৰ মণিধাৰ কিনিবলৈ মোৰ এতিয়া আপত্তি নাই। আপুনি যদি বেচিব খোজে তেন্তে মই যচা দাম দিব পাৰোঁ।"

ৰজতে ক'লে "ডাঙৰীয়া, মই নিশ্চয় আপোনাক মণিধাৰ বিক্ৰী কৰিম।" দোকানীয়ে চন্দুকৰ পৰা সাতখন এশ টকীয়া নোট আনি ৰজতৰ হাতত দিলেহি। ৰজতে থৰক্ বৰক্ হাতেৰে নোটখিনি লৈ ৰছিদ এখনত চহী কৰি দিলে। চহী কৰোঁতে হাতখন থক্ থক্ কৰে কপিছিল। টকাখিনি জেপত সুমুৱাই থৈ তেওঁ দোকানীক নমস্কাৰ জনাই বিদায় ল'লে।

যাবলৈ ওলাওঁতে ৰজতে দোকানীলৈ চাই আকৌ ক'লে "ডাঙৰীয়া মোৰ হাতত আৰু মণি আছে। একেজনৰে পৰা সকলোবিলাক পাইছিলো। সেইবিলাকো আপুনি কিনিব খোজেনে !"

দোকানীয়ে মিচিকিয়া হাঁহি মাৰি সম্ভ্ৰান্ত গ্ৰাহক জনক নমস্কাৰ জনাই ক'লে "মই আপোনাৰ পৰা ভৱিষ্যতলৈকো কিনিবলৈ আনন্দহে পাম।"

ওলাই যোৱাৰ লগে লগে ৰজতে ক'লে "মই বাকী গহনা-খিনিও আপোনাৰ ওচৰলৈ আনিম।" এঘণ্টা পাৰ হওঁতে নহওঁতেই ৰজতে আকৌ সোণাৰীৰ দোকানত এটা টোপোলা লৈ উপস্থিত হ'ল। টোপোলাটো মেলি তেওঁ গহনাখিনি আগবঢ়াই দিলে। হীৰা খটোৱা কঁৰীয়া দুজোৰ ডেড়হাজাৰ, খাৰু এজোৰ আঢ়ৈ হাজাৰ, ডুগডুগি এধাৰ পাঁচ শ, সোণৰ হাড় দুদাল দুহেজাৰ, আঠোটা হীৰা মুকুতাৰ বাখৰ খটোৱা আঙঠি আঢ়ৈ হাজাৰ, ইত্যাদি। অলঙ্কাৰ বিলাকৰ মূল্য নিৰ্দ্ধাৰণ হ'ল। মুঠতে অলঙ্কাৰৰ দাম পোন্ধৰ হাজাৰ টকা হ'ল। সোণাৰীয়ে হাঁহি মাৰি ক'লে "এই গহনাবিলাকৰ যি গৰাকী তিৰোতা মালিক আছিল তেওঁ সকলো সঞ্চয়ৰ ধন বহুমূলীয়া ধাতুতেই গচ্ছিত কৰি থৈছিল।"

ৰজতে বিদ্ৰূপৰ বাক্যষাৰ বুজিলেনে নুবুজিলে ক'ব নোৱাৰি। গহীনাই তেওঁ মাত লগালে "মানুহে ধন-সঁচাৰ ইয়ো এটা উপায় মাথোন।"

সেই দিনা ৰজতে ধনী মানুহৰ ভোজনশালাত উচ্চমূল্যৰ আহাৰ আৰু পান কৰি চহৰৰ উদ্যানত সান্ধ্য ভ্ৰমণকাৰী সকলৰ লগত বুকু ফিন্দাই যোগ দিছিল। ধনী মানুহৰ লাহ্ বিলাহ্ দেখি তেওঁ নিজেই কেতিয়াবা কৈ পেলাইছিল—"ময়ো ধনী মানুহ। আজি মই পোন্ধৰ হাজাৰ টকাৰ মালিক।"

এনেতে তেওঁৰ অতদিনৰ কৰ্ম্মভূমি অফিছখন আৰু ওপৰৱালালৈ মনত পৰিল। এখন ধুনীয়া ভেৰনীয়া মটৰ গাড়ীত উঠি তেওঁ অফিছ পালেগৈ। তেওঁৰ মুখত হাঁহি উপচি পৰিছে। ওপৰৱালাক সম্বোধন কৰি ক'লে "মহাশয় মই কাম ইস্তফা দিবলৈ আহিলো। পোন্ধৰ হেজাৰ ধনৰ মই উত্তৰাধিকাৰী হৈছে।"

তেওঁ সহকৰ্ম্মীসকলৰ লগত হাঁহি ধেমালি কৰি তেওঁলোকৰ পৰা বিদায় ল'লে। দুই এজন বন্ধুক বিশ্বাসত তেওঁ ক'লে, যে সম্প্ৰতি তেওঁ পোন্ধৰ হাজাৰ টকাৰ উত্তৰাধিকাৰী। আৰু এই ধনেৰে তেওঁ ভৱিষ্যত পৰিকল্পনা বিলাক কেনেকৈ কাৰ্য্যকৰী কৰিব গুপুতভে বখানি ক'লে।

সেইদিনা সন্ধিয়া ৰমকজমক্ ছায়াচিত্ৰ গৃহত তেওঁ স্ব ইচ্ছাৰে প্ৰৱেশ কৰে। তেওঁ জীৱনৰ প্ৰথমবাৰ আমনি নলগাকৈ ছায়াচিত্ৰ চালে।

ছমাহৰ পিচত ৰজতে দ্বিতীয়বাৰ পাণি গ্ৰহণ কৰে। দ্বিতীয় পত্নী গুণী হলেও খঙাল আৰু উগ্ৰ আছিল। সেই

পত্নীয়ে তেওঁৰ জীৱন বিষময় কৰি তুলিছিল। ৰত্নতে পত্নীক মণি মুকুতা যতনাই দিব নোৱাৰাটো অশান্তিৰ অন্যতম কাৰণ হৈছিল।

---

# মোলোকা

কলেজৰ ছাত্ৰাবাসলৈ চামে চামে ল'ৰা আহে আৰু যায়। কোনোজন এবছৰ, কোনোজন দুবছৰ বা কোনোজন বেচি হ'লে চাৰিবছৰলৈকে থাকে। কিন্তু সৰহভাগৰ সময় দুবছৰহে। এই দুবছৰ ঘৰ এৰি আহি ছাত্ৰাবাসত নতুন বন্ধুবৰ্গৰ মাজত মিলিজুলি থাকে। অসমৰ কলেজ। গতিকে ইয়াত অসমৰ গাওঁ ভূঁই এৰি থৈ অহা নানান গাওঁ বা চহৰৰ ল'ৰাই শিক্ষাৰ কাৰণে বাহৰ পাতি থাকে। পুব প্ৰান্তৰৰ পহু খোৱা গাওঁ, পশ্চিমৰ ছত্ৰশাল, উত্তৰৰ কলাই গাওঁ ইত্যাদি গোটেই অসমৰ দহোটা দিশেই এই ছাত্ৰাবাসত প্ৰতিবিম্বিত হৈ পৰে। ঝাকে ঝাকে ল'ৰা অহা যোৱা কৰে যদিও ইয়াত স্থগমীয়া হৈ আছে ওখকৈ চাল সাজি খেৰেৰে ছোৱা ৰুৱা, মাৰলি, কামিৰে সৈতে ঘৰটো। তাৰ পিচত ৰামচৰণ প্ৰমুখ্যে চাৰিজন ভাত ৰান্ধনি আৰু যোগনীয়া। ল'ৰাৰ সালসলনি হলেও এইবিলাকৰ সালসলনি নহয়। আৰু লেখত লবলগীয়া প্ৰাণী মোলোকা। এই ছাত্ৰাবাসৰ বিশিষ্ট অধিবাসী হিচাবে বহুত বছৰৰে পৰা মোলোকাক দেখা গৈছিল। মোলোকা প্ৰকৃততে ছাত্ৰাবাসৰ ছুৰুৰী বুলিলেও হয়। তাক এই নামটো কোনে দিলে সি নাজানে। ৰামচৰণ ঠাকুৰে কয় কোনোৱা এজন উজনি অসমৰ শিৰোমণি ভট্টাচাৰ্য্যই তেওঁৰ ঘৰত হুবহু প্ৰাণী এটি সুঁৱৰি মোলোকা নামাকৰণ কৰিছিল। মোলোকাৰ শৰীৰ

লোদোৰ্ পোদোৰ্। নামটোৱে তাক ভালকৈ শুৱাইছে সন্দেহ নাই। মোলোকাই বছৰে বছৰে ন-ন বন্ধুৰ পৰশ পাই তাৰ নিঃসঙ্গী জীৱনৰ কথা হয়তো সি সুঁৱৰিবলৈ সকাহ নাপায়। তাৰ মাক কোন আছিল, বাপেক কোন আছিল, কোনেও নাজানে। জানিবলৈ কোনেও ইচ্ছাও নকৰে। কোন স্থ-প্ৰাণীৰ সঙ্গমত, কাৰ গৰ্ভত এই প্ৰাণীৰ জন্ম হৈছিল কোনেও ভু নলয়। কিন্তু তাৰ চলন ফুৰণ আৰু বুদ্ধি বৃত্তিলৈ চাই মোলোকা যে তাৰ স্বজাতিৰ ভিতৰত উজ্জ্বল ৰত্ন এই কথা নকৈ নোৱাৰি। সুক্ষণত জন্মলাভ কৰি মোলোকাৰ অজ্ঞান জীৱনটো ছাত্ৰাবাসৰ সৎসঙ্গ লাভত আলোকিত হৈ পৰিছে। পাণ্ডিত্যপূৰ্ণ অধ্যাপক মণ্ডলীৰ অধ্যাপনাৰে আলোড়িত হৈ থকা ছাত্ৰমণ্ডলীৰ মাজত মোলোকায়ো তাৰ সঙ্গগুণ ৰাখিৰে বিশিষ্ট সভ্য হৈ ছাত্ৰাবাসৰ পৰিয়াল গঢ়াত সহায়তা কৰিছে।

মোলোকাই কিমানজন লৰাৰ দৈনিক জীৱনত কেনেকৈ প্ৰতিক্ৰিয়া কৰিছিল কোৱা টান। কিন্তু মোলোকা বহুতৰে যে প্ৰিয় সঙ্গী তাক নুই কৰিব নোৱাৰি। স্বভাৱ বশতঃ কোমলতাৰ প্ৰশ্ৰয় পাই মোলোকা মোৰ নলে গলে লগা বন্ধু যেন হৈ পৰিছিল। কলেজৰপৰা আহোঁতে আগবঢ়াই অনা, সন্ধিয়া পৰত ফুৰিবলৈ ধাওঁতে লগত যাবলৈ বিচৰা আৰু ৰাতি কাছাৰি ঘাটত জুৰ লবলৈ যাওঁতে কোনোবা তলকত অতৰ্কিতে শৰীৰ-ৰক্ষক হোৱা মোলোকাৰ দৈনন্দিন কৰ্ত্তব্য। মোলোকা সকলো সময়ত মোৰ লগৰীয়া হোৱা কাৰণে মাজে সময়ে

ছাত্ৰাবাসৰ কোনো কোনো বন্ধুৱে মোক ইতিকিং কৰিবলৈ সুবিধা পাইছিল। আৰু এনেকৈ ব্যঙ্গ কৰাৰ কাৰণে কেতিয়াবা মোলোকাৰ মোৰ প্ৰতি অতিশয় অনুৰাগ দেখি তিক্তা লাগিছিল। পানবজাৰলৈ বহী এখন কিনিবলৈ যাওঁতেও মোলোকা, ফুটবল খেল চাবলৈ যাওঁতেও মোলোকা, গধূলি ফুৰিবলৈ যাওঁতেও মোলোকা। এই নিৰ্ব্বোধ প্ৰাণীটোৱে তাৰ সৌহাৰ্দ্দ্য আৰু স্বভাৱজাত সৰলতাৰে মোৰ মন জয় কৰিছিল যদিও মোৰ স্বাধীনতাত হস্তক্ষেপ কৰাৰ কাৰণে তাক কটু কথা নুশুনাই থকা নাই। "হে'ৰ মোলোকা তই মোক চোৰ খেদা দি খেদি নুফুৰিবি। মই যেনি যাওঁ যাম। তই মোৰ ছাঁ নহ'বি।" মোলোকাই কি বুজে ক'ব নোৱাৰোঁ। কিন্তু অলপো আঘাত পোৱা যেন নেলাগে। এদিন ফুৰিবলৈ যাওঁতে এডাল চিতি-পনি এচাৰি গোটাই আনিলো। মনতে ভাবিলো যদি মোলোকাই কথাৰে শাসন নামানে তেন্তে এই এচাৰিৰে তাক কোবাম পিচত যি হয় হ'ব। তাৰ ওচৰ পালত এচাৰিডাল অনা কাৰণে মনলৈ ধিক্কাৰ ভাব আহিল। মনতে ভাবিলো অজলা মোলোকাই মোক প্ৰাণ উবুৰিয়াই ভাল পায়। এই মৰমৰ পুৰস্কাৰ চিতিপনি এচাৰিৰে দি মই মানুহৰ শ্ৰেষ্ঠত্ব প্ৰমাণ কৰিব পাৰিমনে? নহয়, চিতিপনি এচাৰি মোলোকাৰ তুল্য যেন শৰীৰৰ প্ৰযোজ্য অস্ত্ৰ নহয়। বৰঞ্চ মোৰ জড়বাদী, নিৰ্ম্মম, অনুভূতিবিহীন মোৰ নিচিনা নিৰ্ব্বোধজনৰ ওপৰতহে এনে অস্ত্ৰ পৰিচালনাৰ যোগ্য। মোৰ দুঃচিন্তাৰ ফলত অনা এচাৰিডাল

দলিয়াই নেপেলায় শোৱা পাটিৰ তললৈ পেলাই থলো। ভাবিলো এই এচাৰিডাল দেখি মোৰ নিষ্ঠুৰ আচৰণৰ কথা সুঁৱৰিব পাৰিম আৰু হয়তো এনেকৈ নিতৌ মোৰ নিষ্ঠুৰতাক গৰিহনা দি থাকিলে মোৰ কঠুৱা হৃদয়খন প্ৰাণীজগতৰ প্ৰতি কোমল হৈ পৰিব পাৰে।

ছাত্ৰাবাসত থাকিলে কিছুমান কঠোৰ নিয়ম পালন কৰিব লাগে। যেনে ফেহুজালি দিওঁতে কাঁহ বজোৱাৰ লগে লগে ঢাৰি পাতি সামৰি উঠিব লাগে। তাৰ পিচত নিৰূপিত সময়ত ঘণ্টাৰ কোব শুনি জা-জলপান আৰু ক্ৰমে ভাত খাব লাগে। বিয়লিবেলাও তদ্ৰুপ জা-জলপান খোৱাৰ জাননী টং টং কৰে বৰ কাঁহখনে দিয়ে। সন্ধ্যাৰ লগে লগে আকৌ কাঁহ বাজে। তেতিয়া সকলোৱে নিজৰ নিজৰ ঠাইত বহিব লাগে। লৰাৰ ভিতৰৰে যিজনক বৰমূৰীয়া বাব দিয়া থাকে তেওঁ তেতিয়া ল'ৰাবিলাক নিজ নিজ ঠাইত আছেনে নাই নিৰীক্ষণ কৰে আৰু সেইমতে তেওঁৰ সুৰক্ষিত হাজিৰা বহীত উপস্থিত বা অনুপস্থিত চিহ্নিত কৰে। ইয়াৰ পিছত ছাত্ৰাবাসৰ জপনা খুলি কোনো ল'ৰা বাহিৰলৈ যোৱা নিষেধ। বৰঞ্চ তাৰ অন্যথাই গধুৰ শাস্তি বিধান কৰে, যেনে—ছাত্ৰাবাস আৰু কলেজৰ পৰা বহিষ্কাৰ। কিন্তু আইন কঠোৰ হ'লে তাক ভাঙিবলৈ মন সদায় উত্ৰাৱল হয়। ৰাতি জোনৰ পোহৰত কোনে কেইদিন জপনা পাৰ হৈ কাছাৰি ঘাটত তহলিছিল সেই কথা গুপুতে ছাত্ৰমহলত আলোচনা হয়। আৰু তেনেকৈ আইন

ভাঙি ধৰা নপৰাটো পৰম গৌৰৱৰ কথা বুলি ধৰা হয়। দেখাক দেখি এদিন এই সন্মানৰ অধিকাৰী হবলৈ মোৰ মন উত্ৰাৱল হ'ল। নিৰ্জ্জু, সত্যবাদী বন্ধু গুণাডেকাক মোৰ মনৰ কথা ভাঙি কলো। বন্ধুজনে প্ৰথমে মোক বুজাইছিল যে ৰাতি বাহিৰত জুৰ লবলৈ যোৱা নিৰাপদ নহয়, কিয়নো ডাঃ টমছনে আজিকালি চোৰাংচোৱা থৈছে। তেনেকুৱা চোৰাং-চোৱাই দেখিলে সৰ্ব্বনাশ হ'ব। মোৰ কিন্তু মনে বুজনি নললে। মই ক'লো তেওঁ নগলেও মই যাম। অগত্যা বন্ধু মান্তি হ'ল। তেতিয়া জাৰকালিৰ এটা জোনাক ৰাতি। গধূলিবে পৰা ঢিমিক্ ঢামাক চাকিৰ পোহৰত পুথি পাঁজি পঢ়ি আমনি লাগিছিল। পৰিক্ষাৰ্থীবিলাকে মাজনিশালৈকে ক্ষীণ বন্তি-গছৰ পোহৰত জ্ঞানৰ ভঁৰাল বান্ধে। যিজনে শকত ৰছীৰে ভঁৰালটো আটোম টোকাৰিকৈ বান্ধে আৰু গুটিধান গুটিভাবে, গছীধান গছীভাবে থয় তেওঁলোকে সৰস্বতীৰ বৰ লাভ কৰে। যাৰ ভঁৰালত ধান নাই, পতানেৰে ভৰা তেনেজনে পিচত হিয়া ভুকুৱাই কান্দে। সেই ৰাতিটো আঘোণ মাহৰ পূৰ্ণিমা আছিল। মাজনিশা পুথি পাঁজি সামৰি মই আৰু বন্ধুজন হাতত সাৰে ভৰিত সাৰে ওলাই গলো। বাহিৰত কুঁৱলি পাতল, বতাহ শীতল। চাকিৰ পোহৰত তপত হৈ থকা হাড়হিমজুৰে বাহিৰৰ জুৰ বতাহ পাই গছপুলিয়ে নিয়ৰৰ টোপালত ঠন্ ধৰাদি ঠন্ ধৰি উঠিল। শৰীৰটো জাৰে নিবিন্ধিবৰ কাৰণে আমি দুয়ো দুখন কম্বল গাত মেৰিয়াই লৈছিলো। কম্বল দুখন সস্তীয়া।

ফঁাচিবজ্ঞাৰৰ কেঞ্জাৰ গোলাৰ পৰা জাৰৰ আৰম্ভণিতে পাঁচ সিকিকৈ বেচ্ দি আমি কিনি আনিছিলো। যুদ্ধৰ আগৰ দিনত বস্তুৰ মহাৰ্ঘতা নাছিল। গতিকে পাঁচ মহা অৰিহণাৰে কিনা কম্বলখনে লগত এড়ীকাপোৰখন সাঙুৰি লৈ পুহ মহীয়া জাৰকো আঁতৰাই ৰাখিছিল। মোৰ কম্বলখনৰ ৰং কজলা। ৰাতি জোনৰ পোহৰত ক'লা যেন দেখা গৈছিল। বন্ধুৰ কম্বলখন কেহৰাজ বৰণীয়া আৰু তাত চাৰিচুকীয়াকৈ বুগা বৰণৰ ঘৰ পতা। আমাৰ দেশত গৰু বেচিবলৈ অহা বিহাৰ প্ৰদেশৰ বেপাৰী বিলাকে যেনেকুৱা কম্বলেৰে গাটো ঘুম্‌মাৰি লয় মোৰ বন্ধুজনৰ কম্বলখন ঠিক তেনে দেখি। ৰাজপথৰ দাঁতিত, ধৰমশালাত, ঠাকুৰবাৰীত, মন্দিৰৰ প্ৰাঙ্গনত সাধুসন্ন্যাসী বিলাকেও গাত লোৱা কম্বল হুবহু আমাৰ দুখনৰে নিচিনা দেখা যায়। আমাৰ কম্বল দুখন ৰাতি দেখিলে প্ৰব্ৰজক বা সাধু-সন্যাসীৰ কম্বল যেন সাক্ষাৎ দেখা যায়। গাটো কম্বলেৰে মেৰিয়াই গাত নিকপ্‌কপীয়াকৈ থুৱাই ল'লো। তাৰ পিচত এথুজি দুথুজি কৈ বিখ্যাত লাহিড়ী পৰিয়ালৰ ঘৰৰ দাঁতিৰ আলিয়েদি খোজ ল'লো। লাহিড়ী ডাঙৰীয়া প্ৰখ্যাত আইন ব্যৱসায়ী। আলিবাটৰ পৰা তেওঁৰ পঢ়া কোঠাত বন্তি দেখিলোঁ। এই মাজনিশাও তেওঁ অধ্যয়নব্ৰতী। দেখি ভাবিলো পঢ়াৰ কষ্ট কেৱল ছাত্ৰৰেই নহয়। কৰ্ম্ম-জীৱনতো ৰাতিৰ বিশ্ৰাম নেওচি এনেকৈয়ে পঢ়াশুনা কৰিব লাগে। হয়তো লাহিড়ী ডাঙৰীয়াৰ পৰীক্ষাৰ ত্ৰাস্ নাই।

আমিহে কেৱল পৰীক্ষাৰ ভয়ত ত্ৰস্তমান। ইমানেই পাৰ্থক্য। আকৌ ভাবিলো যেতিয়া মুকলিমূৰীয়াকৈ অধ্যাপক মণ্ডলীলৈ ভয় নকৰাকৈ লাহিড়ী ডাঙৰীয়াৰ দৰে দিনে নিশায় পুথি পাঁজি পঢ়িব পাৰিম তেতিয়াহে জ্ঞানৰ সোৱাদ লাভ কৰিম। তেনেতে মনত পৰিল লাহিড়ী ডাঙৰীয়াই এদিন আদালতত জবাব ছৱাল কৰা। তেওঁ কিমান বিচক্ষণতাৰে সেইদিনা প্ৰতিপক্ষৰ যুক্তি খণ্ডন কৰিছিল। এজন গভীৰ চিন্তাশীল মনীষীয়ে প্ৰস্তৰ মূৰ্ত্তিৰ দৰে চকু কাণ স্থিৰ কৰি উভয় পক্ষৰ যুক্তি শুনিছিল। তেওঁ বোলে শেষত ৰায় দিব। লাহিড়ী ডাঙৰীয়াও তেন্তে পৰিক্ষাৰ্থী নহয় জানো? তেওঁৰো পৰীক্ষক নাই জানো? এইবিলাক কথা মনলৈ আহিলত কষ্টৰ মুহূৰ্ত্তবিলাক অকল নিজৰে নহয় যেন লাগিল। হয়তো এই পৃথিবীৰ সকলোৱেই নিজৰ ভগীয়াকৈ কষ্ট বৰণ কৰি ল'ব লাগে। কষ্টক অজ্ঞানী-জনেহে দুখ বুলি ভাবে। প্ৰকৃততে কষ্টই সুখ, সুখেইহে কষ্ট। যি নিৰ্ব্বোধে কষ্টক দুখৰ সাগৰ বুলি ভাবে তেওঁ কষ্টৰ ভাগী হয় মাথোন। এই দৰে গুণাগথা কৰি থাকোঁতেই লাহিড়ী ডাঙৰীয়াই হঠাৎ দুৱাৰখন খুলি আলিবাটলৈ চালে। আমাৰ ভয়ত বুকুৱে ধপ ধপাবলৈ ধৰিলে। লাহিড়ী ডাঙৰীয়াই হয়তো আমাৰ ভৰিৰ খোজ শুনি সন্দেহত আমাক নিৰীক্ষণ কৰিবলৈ বাহিৰলৈ চাইছিল। কম্বল দুখনেৰে আমি গা মূৰ ঢাকি লৈ ততাতৈয়াকৈ আগ বাঢ়ি লাহিড়ী ডাঙৰীয়াৰ চকুৰ দৃষ্টিমণ্ডলৰ পৰা আঁতৰি গ'লো। কাছাৰি ঘাটৰ খটখটি-

খনত দিনটো কিমান মানুহৰ পদধূলা পৰে তাৰ হিচাব নাই। কাছাৰিলৈ অহা মানুহ, ঘাট পাৰ হোৱা মানুহ, সন্ধিয়া জুৰ লবলৈ অহা মানুহ সকলোৱে এই কাছাৰি ঘাটত ভৰিৰ ধূলা পেলায়হি। ইমান জনসমাগম হোৱা সত্ত্বেও খটখটিখন চক্‌চকীয়া হৈ থাকে। জোনৰ পোহৰত খটখটিৰ খাপবিলাক ৰূপ যেন হৈ জিলিকিছিল। বাৰিষা নদীৰ ঢলত খটখটিৰ ভালেখিনি খাপ পানীৰ তলত ডুবি থাকে। কিন্তু খৰালি খটখটিখন সম্পূৰ্ণকৈ ওলায়। সৰু ল'ৰাছোৱালীয়ে এক দুইকৈ খাপবিলাক লেখে। খটখটিৰ সম্মুখত বহল ব্ৰহ্মপুত্ৰ নদী শান্তভাবে বৈ গৈছে। বাৰিষা প্ৰলয়ঙ্কৰ ৰূপ ধাৰণ কৰি যৌৱন প্ৰাপ্তা হৈ দেশ উচ্ছন্ন কৰা ব্ৰহ্মপুত্ৰৰ খৰালিৰ ধীৰ স্থিৰ গতিৰ লগত কোনো মিল নাই। অদম্য যৌৱন শক্তিৰ উত্তাপত ব্ৰহ্মপুত্ৰই বাৰিষা হিল্ ডোল্ ভাঙি নিজৰ বিজয় ঘোষণা কৰি যায়। খৰালিৰ আগমনীত যৌৱন ক্ষয়প্ৰাপ্তা হয়। বৃদ্ধত্ব-জনিত সাম্যতাৰ দৰে নদীৰো ৰূপ পৰিবৰ্ত্তন হয়। এই খটখটিখনত বহি প্ৰকৃতিৰ সৌন্দৰ্য্য উপভোগ কৰি দূৰ দূৰণিত থকা উমানন্দলৈ চাই পঠিয়াইছিলোঁ। বন্ধুক কলো "এই প্ৰাচীন মন্দিৰটো বাহিৰৰ পৰা ইমান শুৱনি দেখি কিন্তু ভিতৰখনলৈ মোৰ আকৰ্ষণ নহয়।" বন্ধুৱে ক'লে "হিন্দুৰ ধৰ্ম্ম মন্দিৰ। ইয়ালৈ অশ্ৰদ্ধা কৰিব নেপায়।" "মই ক'লো যি দেৱতাৰ পূজাত নিষ্ঠুৰ নিৰ্ম্মমভাবে অজলা অবোধ প্ৰাণীক ডিঙি চেপি বধ কৰে তেনে ধৰ্ম্ম মন্দিৰে শ্ৰদ্ধা আকৰ্ষণ কৰে কেনেকৈ ?"

বন্ধু নিৰৱে ৰ'ল। তেওঁৰো হিয়া বৰ কোমল। জীৱ বধৰ মত তেওঁ পোষণ নকৰে। এনেকৈ নিস্তব্ধতাত আমাৰ কিমান সময় পাৰ হৈ গ'ল ক'ব নোৱাৰো। এনেতে আমি বহি থকা থটখটিখনৰ পিচৰ পকা ঠাইখনত ভৰিৰ শব্দ শুনিলোঁ। শব্দ শুনি আমি পিচলৈ উলটি নাচাই কম্বলেৰে ভৰিৰে পৰা মূৰলৈকে গোটেই গাটো ঢাকি ল'লো। বন্ধুজনে কোৱা কথা মনলৈ আহিল—কিজানি কোনোবা চোৰাংচোৱাই পালে। আমাৰ বুদ্ধি খেলালে যে আমি প্ৰস্তৰ মূৰ্ত্তিৰ দৰে বহি থাকিম। আমি তেনেকৈ বহি থকা দেখি অভ্যাগতজন আৰু তেওঁৰ সঙ্গিনীয়ে আগবাঢ়িবলৈ অলপ সঙ্কোচ কৰা কৰা যেন দেখা গৈছিল। থটখটিৰ সোঁকাষেদি তেওঁলোক নদীৰ পানীৰ যুৰলিলৈ আগবাঢ়ি গৈছিল। অভ্যাগত ইউৰোপীয় ধৰণৰ পৰিচ্ছদেৰে সুসজ্জিত। তেওঁৰ সঙ্গিনীৰ সাজপাৰ দেখিলে তেওঁক কোনোবা বঙ্গীয় পৰিবাৰৰ সুন্দৰী বুলি সহজে অনুমান কৰা যায়। উভয় অভ্যাগত পানীৰ যুৰলিৰ পৰা উলটি লাহে লাহে ওপৰলৈ উঠি আহিল। অলপ দূৰ আহি পুৰুষজনে আমালৈ চাই সুধিলে "এইখানে কি নৌকা পাওয়া যায়?" মই প্ৰমাদ গণিলো আৰু মৌন হৈ থাকিলো। মোৰ বন্ধুজনে আগন্তুক বিপদটো এক কথাৰেই সাৰো বুলি গহীনাই অস্বাভাবিক কণ্ঠস্বৰেৰে মাত লগালে "না"। অভ্যাগতে উত্তৰ শুনি নিজৰ ভুল বুজিব পাৰি ততালিকে কৰযোৰ কৰি মাত লগালে "আপনাৰা বোধহয় স্বামীজী"। সুন্দৰী তিৰোতা-

গৰাকীয়েও পুৰুষজনক অনুকৰণ কৰি ভক্তিভাবে নমস্কাৰ কৰিলে। শৈশৱ-সুলভ চপলতাই আমাক দুয়োকে ক্ষন্তেকতে অভিভূত কৰিলে। আমি দুয়ো একে চিপে উঠি মুখ ঘূৰাই পোনদাহে দৌৰিবলৈ ধৰিলোঁ। কোৱা বাহুল্য এই স্বামী-স্ত্ৰীৰ সৰলতাৰ অভিবাদনে আমাৰ ইমান হাস্যৰস জন্মাইছিল যে আমি দুয়ো খিল্‌খিল্‌কৈ হাঁহিবলৈ ধৰিছিলোঁ। যদিও হাঁহি আৰু চঞ্চলতাত অভিভূত হৈছো তথাপি ডাঃ টমছনৰ ভয় আমাৰ পেটৰ পৰা আঁতৰা নাছিল। ঠেঙা টুপী পিন্ধা ইউৰোপীয় বেশৰ মানুহ যেতিয়া ডাঃ টমছনৰ লগতে হয়তো মিলাপ্ৰীতিও থাকিব পাৰে। গতিকে ধৰা পৰিলে আমি নিগমে মৰিম। এই ভয়ত অভ্যাগতদ্বয়ক বিমোৰ কৰি আমি বিস্বাশৰদে দৌৰিলোঁ। মনতে ভাবিলো আমাৰ কম্বল দুখনৰ বৰ[illegible]টোৱেই আজিলৈ আমাক বিপদৰ পৰা উদ্ধাৰ কৰিলে। ঢেক্ ঢেক্ কৰে হাঁহি দৌৰি যাওঁতেই দেখো আকৌ সেই মোলোকা! "হতছিৰি হোৱা মোলোকা, তই আমাক ধৰাই দিবলৈকে ইয়ালৈ আহিলি। তোৰপৰা মোৰ উপায় নাই।" এইদৰে তাক কটু সম্ভাষণ কৰি ছাত্ৰাবাসৰ ফাললৈ দৌৰি গ'লো। এইবাৰ যাওঁতে লাহিড়ী ডাঙৰীয়াৰ পঢ়া কোঠাত চাকি নেদেখি সকাহ পালো। অৱশ্যে তেওঁৰ ঘৰৰ দেওনাৰ ওচৰেদি যাওঁতে তেওঁৰ পোহনীয়া কুকুৰটোৱে ভুক্ ভুক্ কৰি আমাৰ মাজনিশাৰ আহুকলীয়া ভ্ৰমণ আকৌ বিপন্ন কৰিব খুজিছিল। ছাত্ৰাবাসৰ ভিতৰ সোমাই হাতত সাৰে ভৰিত

সাৰে নিজৰ থকা ঠাইলৈ গৈছো। এনেতে দেখিলো সহাস্য বদনেৰে সন্মুখত মোলোকা!

চ'ত মাহৰ লগে লগেই জাউৰি জাউৰিকৈ পৰীক্ষা হয়। বিশ্ববিদ্যালয়ে নিৰ্দ্দিষ্ট কৰি দিয়া দিন অনুযায়ী বিভিন্ন থাপৰ বিভিন্ন বিষয়ৰ পৰীক্ষাত শিক্ষাৰ্থীসকলে প্ৰৱেশ কৰে। পৰীক্ষাৰ দিনটোত জ্ঞানৰ থুন্‌পাকটো খুলি পৰিক্ষাৰ্থীয়ে প্ৰশ্নাৱলীৰ যুক্ত প্ৰত্যুত্তৰ দিবলৈ প্ৰয়াস কৰে। হাতত কলম আগত মৈলাম, প্ৰশ্ন কাকত আৰু তুলাপাতৰ বহী এইখিনি সম্বল লৈ মস্তিষ্ক হলাকৰ্ষণ কৰি পৰিক্ষাৰ্থীয়ে জ্ঞানৰ পৰিচয় ডাঙি ধৰে। সাৰুৱা মাটিৰ ভাল ফল পোৱাৰ দৰে উৰ্ব্বৰ মগজু লুৰুকি মেধাৱী ছাত্ৰই নিভুৰ্ল তথ্য লিপিবদ্ধ কৰে। পৰীক্ষাৰ পষেকটো ছাত্ৰৰ কাৰণে একোটা কঠোৰ তপস্যাৰ যুগ বুলিব পাৰি। এই পষেকটো (পাৰ হ'লেহে) তেওঁলোক থাউনি নোপোৱা নৈৰ পাৰ পায়। বিশ্ববিদ্যালয়ৰ পৰীক্ষা শেষ হোৱাৰ লগে লগে সকলোৱে উলহ্ মালহ্ কৰি ঘৰলৈ উলটি যায়। বঙালি চ'তৰ বিহুটোৰ আগতে ঘৰ পাবলৈকে সকলোৰে মন উত্ৰাৱল।

"পৰীক্ষাৰ ফলাফল যি হয় হ'ব, ঈশ্বৰে কৰিলে পৰীক্ষক যদি নিৰ্দ্দয় নহয় তেন্তে ফল ভাল হ'ব লাগে"।

এইদৰে বহুতে মনে মনে ভাবে। হয়তো কোনেও নাভাবে যে এই পৰীক্ষাত ফল হয়তো বিপৰীত হ'ব বুলি। বিশ্ববিদ্যালয়ে শতকৰা ডেড়কুৰি বা দুকুৰি ছাত্ৰক কেৱল

বাচি লয়। বাকী তিনিকুৰি বা তাৰো অধিক ছাত্ৰই নিজৰ ভাগ্যক মাথোন দোষ দিয়ে। এইদৰেই প্ৰতিবছৰে আনন্দ নিৰানন্দৰ ঢৌ ছাত্ৰ মহলত উঠে।

চ'তৰ বিহুলৈ দুদিনৰ আগতে মোৰ আৰু বন্ধুৰ পৰীক্ষা শেষ হ'ল। ছাত্ৰাবাসটোত থকাৰ ভিতৰত আমাৰ পৰীক্ষাই সকলোতকৈ শেহতীয়া আছিল। গতিকে শেহৰ দিনকেইটাত আমি চাৰিজন মাথোন ছাত্ৰহে তাত আছিলোঁ। আৰু আমাৰ পৰীক্ষা একেদিনাই অন্ত হোৱা কাৰণে আমিও একেলগে ঘৰমুৱা হ'ব পাৰিছিলো। মোৰ ঘৰ উজনিত। বন্ধু গুণা ডেকাৰ ঘৰ মঙলদৈত। তৃতীয় বন্ধু মেনু ঘোষৰ ঘৰ ৰংপুৰ চহৰত। শেষৰ জন বন্ধুৰ ঘৰ শোণিত-পুৰত। মই আৰু মেনু ঘোষ ৰেলগাড়ীয়েদি ঘৰলৈ যাবলৈ সাজু হলো। শোণিতপুৰলৈ জাহাজেৰে যাব লাগে। জাহাজ এদিন এৰি এদিন উজানবজাৰ ঘাটৰ পৰা শোণিতপুৰলৈ যায়। আমি যাবলৈ ওলোৱা দিনা উজনি জাহাজ নথকাত বন্ধু দুজন আৰু এদিন থাকিব লগীয়া হৈছিল। ভৰ দুপৰীয়া গুম গুমাই মেদিনী কঁপাই দীঘল ৰেল-গাড়ীখন গুৱাহাটী ষ্টেছনত উপস্থিত হ'ল। আমাৰ নিজৰ নিজৰ কিতাপ কাগজখিনি কাঠৰ বাকচত ভৰাই কাপোৰ-কানি কেইটুকুৰা টিনৰ সৰু পেৰা এটাত সুমুৱাই আৰু গাত লোৱা কম্বল শিতানত লোৱা গাৰুটো, তলত পৰা কাপোৰখন আৰু তক্তাপোছৰ ওপৰত লোৱা গদলাখন সত্ৰঞ্চিৰে মেৰিয়াই শণৰ ৰছীৰে বান্ধি ল'লো।

পেৰাপেটাৰি, শোৱা পাটিৰ কাপোৰ-কানিৰ টোপোলাটো ঘোৰা বাগী এখনত লৈ গুৱাহাটী ষ্টেছন পালোগৈ। বন্ধু গুণাডেকাও মোৰ লগতে মোক আগবঢ়াই দিবলৈ বুলি ষ্টেছনলৈ আহিল। আহোঁতে তেওঁ মোক ক'লে "মোলোকাই আজি আপোনাক নেপালে বৰ দুখ পাব। আজিলৈ আপোনাৰ হৈ মইয়ে তাক মৰম কৰিম। কাইলৈৰ পৰা সি অকলশৰীয়া হ'ব। "বন্ধুৰে মোলোকাৰ কথা সোঁৱৰাই দিয়াত মনে মনে বৰ দুখ পালোঁ। কাৰণ মোলোকাই মোৰ হিয়াত এনেকৈ আসন লৈছিল যে তাক এৰি থৈ যাবলৈ আজি মোক শোকে খুন্দা মাৰি ধৰিছে। মোৰ বয়বস্তু বান্ধোতে সি মোক লক্ষ্য কৰিছিল। কিন্তু কি বুজিছে ক'ব পৰা নাই। আহিবৰ সময়ত সি ভাত খাবলৈ গৈছিল। এনেতে মই সাউৎ কৰে গুচি আহিলো। সি নিশ্চয় ভাত খাই আহি মোৰ উকঙা কোঠাটো দেখি মোৰ বিশ্বাসঘাতকতা উপলব্ধি কৰিব। বন্ধুজনক মোলোকাৰ প্ৰতি মোৰ কৃত্ৰিম উদাসীনতা দেখুৱাই মই আন কথাৰ পাতনি মেলি সুধিলো "আপোনাৰ আয়েকে আপোনালৈ পিঠা পনা ভাজি বাট চাই বৈ আছে। আপোনাৰ ভনীয়েকে আপোনাৰ নখত জেতুকাৰ বোল দিবলৈ বৈ আছে। এনেকুৱা দিনটো আপুনি এই চহৰত কটাবলৈ কেনে পাব ?"

বন্ধুৰ মন মোলোকাৰ পৰা ততালিকে ঘৰৰ ছবিখনে দখল কৰি ল'লে। তেওঁ আৰু দুনাই মোলোকাৰ কথা মোক নোসোঁৱৰালে। ময়ো নিৰৱে এই বিচ্ছেদৰ গধুৰ শোক বুকুত

বান্ধি লৈ কোনোমতে ঘৰলৈ গৈ নিজৰ আই আৰু ইষ্ট কুটুম্বৰ পৰিবেষ্টনত এই বিৰহৰ শেলপাত্ হিয়াৰ পৰা উঘালি পেলাবলৈ চেষ্টা কৰিছোঁ। এই দিনটো আৰু ৰাতিটো পাৰ হলেই মোৰ গাৱঁৰ ঘৰ পামগৈ। তাত মোৰ কাৰণে আয়ে কিমান দিন দেহি বাট চাই আছে! মই ৰিণিকি ৰিণিকি ঘৰ দেখাৰ লগে লগে পদূলি মুখত ৰৈ থকা আইৰ নিশকতীয়া চকুযুৰি ওৰণিৰ তলেদি দেখিবলৈ পাম। এই দৰেই হয়তো কিমান পৰ মোৰ কাৰণে আয়ে বাট চাই আছে! আৰু মোলোকা? সি ছাত্ৰাবাসৰ দুৰৰী হৈ থাকিব। আকৌ নতুন বন্ধুবৰ্গ পাই সি নানান জনৰ হিয়াত সুকোমল ঢৌ তোলাব। এই ছাত্ৰাবাসতে হয়তো এদিন সি হাড় পেলাব। তেতিয়া জগ্ৰু জামাদাৰে তাৰ শুচি দেহটো সংকাৰ কৰিবগৈ।

ৰেলত উঠাৰ আগতে ষ্টেছনৰ চোতালখনত উছলি মুছলি লাগিছে। সকলোৰে উখল্ মাখল হাই উৰুম্বিত খেলি মেলি লাগিছে। বন্ধু গুণাডেকাৰপৰা শেষবাৰলৈ বিদায় লৈ ৰেলগাড়ীত উঠিবলৈ ধৰোতেই বন্ধুৰ ভৰিৰ মাজৰ সুৰুঙাই দি দেখিলো অপৰাধী বেশত মোলোকা। তাৰ যেন প্ৰকাশ্যে মোক বিদায় দিবলৈ অধিকাৰ বৰ্ত্তা নাই, সেই কাৰণে আত্ম-গোপন কৰি মোৰ বিদায় প্ৰাৰ্থী হৈছে। দয়াৰ অনুভূতিয়ে মোক জৰ্জ্জৰিত কৰিলে। মনত হ'ল নামি গৈ মোলোকাক এবাৰ সাবটি ধৰি এটা চুমাৰে বিদায় লওঁগৈ। কিন্তু লগে লগে ৰে'লৰ অধীবক্ষকৰ শুহুৰি বাজিল আৰু যন্ত্ৰচালিত ৰে'ল

গাড়ীখন ফোচ্ ফোচ্ কৰে লোহাৰ ডাং আৰু কাঠৰ গড়ৰ ওপৰেদি বাগৰি যাবলৈ ধৰিলে। প্ৰথমে ধীৰে ধীৰে পিচত ক্ৰমান্বয়ে বেগী হৈ ৰেলখনে আমাক ঘৰমুৱাকৈ লৈ গ'ল। কাঠৰ খিৰিকিখন মুকলি কৰি মই পিচত এৰি থৈ অহা বন্ধুকেইজনলৈ চালোঁ। মনতে ভাবিলো এতিয়া আৰু মোলোকাই মোক লগ নেপায়। নেদেখাকৈ থাকিলে সি মোক পাহৰিব আৰু নতুন সঙ্গী লৈ সুখেৰে থাকিব। মোৰ দুৰ্ভাগ্য পিচলৈ চকুফুৰাই দেখোঁ মোলোকাই কাণ থিয় কৰি বিদ্বাশৱদে চলন্ত ৰেলগাৰীৰ পিচে পিচে শিলনিময় বাটটোৰ ওপৰেদি দৌৰিছে। প্ৰথম নিচান পাৰহৈ গ'ল। তথাপি মোলোকাই ৰেলগাড়ীৰ পিচ নেৰিলে। দূৰণিৰ নিচান পাওঁতেও মোলোকাক ৰিণি ৰিণি দৌৰি থকা দেখা পাইছিলো। তাৰ সোণোৱালী বৰণৰ চুলিখিনি আৰু আগবুকুত থকা ত্ৰিশূল গঢ়ৰ শুভ্ৰ ছিত্ৰটি মোৰ চকুৰে মনিব পৰালৈকে দেখা পাইছিলো। শেষত যেতিয়া বেকা আলিয়েদি ৰেলখন উত্তৰমূৱা হ'ল তেতিয়া মোৰ সোণাই মোলোকাৰ মনোহৰ মূৰ্ত্তি অদৃশ্য হ'ল। মোৰ দুই চকু চকুলোৰে চল্‌চলীয়া হ'ল। ভিতৰলৈ মূৰ সুমুৱাই খিৰিকিৰ চৌকাঠত মূৰটো গুজি উচুপি উচুপি কান্দিছিলোঁ। মোৰ নিষ্ঠুৰ প্ৰকৃতি আৰু মোলোকাৰ প্ৰতি মোৰ বিশ্বাসঘাতকতাৰ কথা সুঁৱৰি মই চট্‌ফট্ কৰিছিলোঁ। বন্ধু মেহু ঘোষে মোক ক'লে "বন্ধু, মোলোকাই তোমাক যেনে ভাল পাইছিল সি কেতিয়াও কাকো ইমান ভাল পোৱা নাছিল বুলি ৰামচৰণ ঠাকুৰে কোৱা

শুনিছিলো। তুমি বেজাৰ নকৰিবা। মোলোকা সুখত আছে আৰু আগলৈকো থাকিব। তাৰ নিচিনা সজ প্ৰাণীক ঈশ্বৰে দুখ নিদিয়ে।”

দুখ বেজাৰত মোৰ কেতিয়া টোপনি আহিল ক’ব নোৱাৰোঁ। পিচদিনা দোক্ মোকালিতে গন্তব্য ষ্টেছন পালত বন্ধু মেনু ঘোষৰ পৰা বিদায় লৈ ঘৰমুৱা হলোঁ। নামোতে কিবা এটা শূন্য শূন্য যেন অনুভৱ কৰিছিলো। কোনোবা আপোনজনক চিৰদিনলৈ এৰি থৈ আহিলে যেনে লাগে মোৰ মনটোও তেনে লাগিছিল। মোলোকাৰ সঙ্গ পাই মই জীৱনত নতুন পথ দেখিলোঁ। মৰম দয়াই জীৱ জগতক মিলনৰ সুতাৰে বান্ধি পেলায়। অর্থ আৰু প্ৰভুত্বৰ যি জগৎ তাৰ অন্তৰালত মৰম আৰু দয়াৰ আন এখন বিনন্দীয়া জগৎ আছে। সেই জগতত অর্থ আৰু প্ৰভুত্বৰ মূল্য নাই। তাত হীৰা মুকুতাকো খোলাকটি জ্ঞান কৰে। সেই জগতত এতিল মৰম দয়াকো পৃথিবীৰ বহুমূলীয়া ৰত্নতকৈয়ো মূল্যবান বুলি আদৰি লয়। মোলোকাৰ প্ৰণয়ে মোক এই বিনন্দীয়া জগতখনৰ সন্ধান দিলে। গতিকে মোৰ জীৱন গঠনত মোলোকাৰ প্ৰেমৰ প্ৰতিক্ৰিয়া বিনশ্চৰ হৈ থাকিব।

## সামৰণি

ঘৰ পোৱাৰ এসপ্তাহৰ পিচত বন্ধু গুণাডেকাৰপৰা পোৱা চিঠিৰ একাংশ এই—

"সেই দিনা আপোনাক বিদায় দিয়া ক্ষণটো মোৰ কাৰণে কিমান দুখময় তাক মই বৰ্ণাবলৈ অক্ষম। আপুনি যোৱা ৰেলখনৰ পিচে পিচে মোলোকাই খেদি গ'ল। প্ৰথমতে মই ভাবিছিলোঁ ৰেলখন লগ ধৰিব নোৱাৰিলেই সি উলটি আহিব। কিন্তু সি ৰেলখনৰ পিচে পিচে খেদি গৈয়েই থাকিল। দূৰণিৰ নিচান পোৱালৈকে তাৰ মূৰটো আৰু পিচ ঠেং দুটা মই দেখিবলৈ পাইছিলোঁ। তাৰ পিচত মনিব নোৱাৰিলোঁ। মোলোকাৰ অৱস্থা দেখি মই হুক্ হুক্ কৰে কান্দিবলৈ ধৰিলোঁ। বন্ধু চহৰীয়াই মোক হাতত ধৰি ছাত্ৰাবাসলৈ লৈ আহিল।

তালৈ আহি ৰাতিলৈকে মই মোলোকালৈ বাট চাই আছিলোঁ। কিন্তু নেদেখিলোঁ। ৰাতি শোঁওতেও খিৰিক্ কৰে শব্দ শুনিলেই মোলোকা আহিছে বুলি চাওঁ। কিন্তু সি নাহিল। পিচদিনা ৰাতিপুৱা বিষন্নবদন ৰামচৰণ ঠাকুৰে মোলোকাৰ কথা কৈ বেজাৰ কৰিলে। ছাত্ৰাবাসৰ এজন বিশ্বাসী ভৃত্য হেৰুৱালত সকলোৰে মন বিষাদপূৰ্ণ হ'ল। এনেকুৱা দুখ বেজাৰৰ মাজতে মই ছাত্ৰাবাস এৰি জাহাজ ঘাটলৈ আহিলোঁ আৰু জাহাজত উঠি ঘৰমুৱা হ'লোঁ। মোলোকাৰ আত্মাহুতিৰ দৃষ্টান্তই মোক জীৱনৰ নতুন বাট দেখুৱালে। এই চিঠি পাই আপুনি কিমান বেজাৰ পাব মই অনুমান কৰিব

পাৰিছোঁ। কিন্তু বন্ধু, মই ডাঠি ক'ব পাৰোঁ মোলোকাই পুনৰ্জন্ম লৈ আপোনাৰ অংশ স্বৰূপ হ'বই।”

* * * *

মোলোকাৰ জীৱন চৰিতৰ আখ্যানটো পুৰণি হলেও সি মোৰ অন্তৰত যি মোহৰ চিত্ৰাঙ্কন কৰি গ'ল সেই চিন এতিয়াও সতেজ হৈ আছে। অপত্য স্নেহত বিভোৰ হৈ যেতিয়া ল'ৰা-ছোৱালী কেইটি আগুৰি লৈ চেনেহৰ তাজমহল গঢ়োঁ। তেতিয়া বন্ধু গুণাডেকাৰ চিঠিৰ শেষৰ কথা ফাঁকিলৈ মনত পৰে। মোলোকাৰ সজ আত্মাই মোৰ শৰীৰ প্ৰৱেশ কৰি এই সুখৰ সংসাৰ ৰচনা কৰিছেনে কি ?

# প্ৰণয়ৰ অৰিহণা

ব্যাধ নিগদতি—

আদিম যুগৰ মানুহৰ ইন্দ্ৰিয় বাসনা আৰু হিতাহিত বিবেচনাৰে মই নিৰ্ম্মিত হৈছিলো। বৰ্ত্তমান যুগৰ সভ্যতাৰ সংযম আৰু শৃঙ্খলাই মোৰ আচৰণবিলাক অনেক পৰিমাণে নিমজ্জ কৰিছিল। চিকাৰ মোৰ প্ৰিয়। তথাপি আহত পশুৰ দৃশ্যই বা পক্ষীৰ ডোকাত অথবা মোৰ হাতত লাগি থকা জীয়া তেজৰ দাগে মোৰ অন্তৰত এনে প্ৰতিক্ৰিয়া কৰিছিল যে মোৰ হৃদ্‌যন্ত্ৰ বন্ধ হোৱা যেন হৈছিল।

সেই বছৰ শৰৎ ঋতু পাৰ হৈ যোৱাৰ লগে লগেই আগতীয়া জাৰে পৃথিবীক শীতল কৰি পেলালে। চিকাৰৰ বতৰৰ সম্ভাৱি পাই মোৰ সুপ্ত বাসনা জাগ্ৰত হৈছিল। মোৰ খুৰাদেউৰ ল'ৰা ককাইদেৱে তেওঁৰ লগত চিকাৰ কৰিবলৈ মোক আহ্বান জনালে আৰু ক'লে দলনিৰ ওপৰত দোক্‌মোকালি সময়ত জাকে জাকে হাঁহ পৰে, এজাই গুলি মাৰিলে তিনি চাৰিটা হাঁহ একে গুলিতে পৰে। চিকাৰৰ লোভত মুগ্ধ হ'লো আৰু যাবলৈ উদগ্ৰীৱ হ'লো, ককাইদেউৰ বয়স ছকুৰি। চুলিখিনি বগচুৱা। তেওঁ বলিষ্ঠ, ডাড়ি যুক্ত আৰু গ্ৰাম্য জীৱনৰ সাঁচ তেওঁৰ গাত বৰ্ত্তমান। তেওঁ সদায় ৰঙিয়াল আৰু তেওঁৰ কথা শুনি সকলোৱে আমোদ উপভোগ কৰে।

পৰ্ব্বতৰ নামনিত কুলু কুলুকৈ বৈ যোৱা জুৰি এটিৰ পাৰত তেওঁ খেতিয়কৰ জুপুৰি ঘৰ এটিত বাস কৰে। ছয়োকাষৰ

পৰ্ব্বতমালা বহুমূলীয়া কাঠনিৰে পৰিপূৰ্ণ। হাবিৰ ভিতৰত আপুৰুগীয়া পশুপক্ষীৰ নিবাসস্থান। মাজে সময়ে দুৰ্জ্জয় ধনেশ পক্ষীক চিকাৰীয়ে বন্দুকেৰে গুলিয়াই মাৰিছিল। চহৰৰ ওপৰত দুৰ্ল্লভ উৰণীয়া চৰায়ে জাক পাতি হাবিৰ মাজৰ ওখ শিমলু আৰু বৰগছবিলাকত ৰাতিৰ কাৰণে বিহাৰ কৰিছিল। প্ৰকৃতিয়ে খেচৰ জাতিৰ বিশ্ৰামৰ কাৰণে যেন এই নিবাস ভূমি নিৰ্ম্মাণ কৰি থৈছিল।

ভৈয়ামত আহল বহল ধাঁহনি পথাৰবিলাক সেউজীয়া হৈ আছে। তাৰ মাজে মাজে দোং খানি পানী সিঁচি ধাঁহনিৰ পিয়াহ পলুৱাইছে। তাৰ দূৰণিত একাবেঁকাকৈ বৈ যোৱা নৈ-খন। নৈৰ দুয়োকাষে গড়াৰ ওচৰলৈকে বিস্তীৰ্ণ পিতনিখন। ই পিতনি চিকাৰৰ উৎকৃষ্ট থলি। মোৰ ককাইদেউজনে এই পিতনিখন বৰ যত্নেৰে আচুতীয়াকৈ ৰাখিছিল। পিতনিত থকা নল-খাগৰিবিলাক দুফাল কৰি তাৰ মাজেদি সুৰুঙা কৰি টুলুঙা নাও যাবলৈ বাট কৰা আছিল। নল খাগৰিৰ ওপৰেদি শো শো কৈ বতাহ বৈ থাকোতে মৰ্‌মৰণি শব্দ হয়। কাৱৈ, মাগুৰ মাছবিলাকে শব্দ শুনি আচুতীয়া ঠাইত আশ্ৰয় লয়। ডাউক, দৰিক আৰু বনৰীয়া কুকুৰা চৰায়ে ভয়ত বিশ্বাশৱদে উৰি স্থানান্তৰিত হয়।

নৈ, ঝৰণা, দলনি আৰু পিতনিবিলাক মোৰ বৰ প্ৰিয় ঠাই। নামনিলৈ মুখ কৰি বৈ যোৱা নৈ-ঝৰণাৰ পানী থুপাই থৈ তাক উপভোগ কৰিব নোৱাৰিলেও বোৱন্তী সুতিৰ

মনোমোহা দৃশ্যই মোক আমোদ দিয়ে। পিতনিবিলাক ভূমণ্ডলৰ ভিতৰৰে এখন স্বতন্ত্ৰ জগৎ। এই জগতৰ প্ৰাণ আছে, খিলঞ্জীয়া অধিবাসীয়ে তাতে বাস কৰে। ভ্ৰাম্যমান যাত্ৰীয়ে এই জগতৰ ভিতৰেদি গন্তব্যস্থানলৈ গমন কৰে। তাৰ ভিতৰত যুদ্ধ-বিগ্ৰহ, দাম্পত্য জীৱন, শৈশৱ, যৌৱন, বাৰ্দ্ধক্য, জৰা, মৃত্যু আছে। তাৰ অধিবাসীয়ে অবুজ মাতেৰে কথা কয় আৰু ভয়াৰ্ত্ত অৱস্থাত কোৰ্হাল কৰি জীৱ জগতৰ অস্তিত্বৰ জাননী দিয়ে। খেচৰ জীৱ জলচৰ বা স্থলচৰ জীৱজগতৰ পৰা পৃথক। এই পিতনিবিলাক কেতিয়াবা বিভীষিকাময় হৈ উঠে। এই পিতনিবিলাকৰ ওপৰত কিয়বা অজান ভীতিৰ আঁৰ কাপোৰ আঁৰা থাকে? নল-খাগৰিৰ লগত বতাহৰ সংঘৰ্ষ হ'লে মৰক্ মৰক্ শব্দই ভীতি সঞ্চাৰ কৰেনে? ৰাতিৰ চঞ্চল ভূতৰ জুয়ে দেও দি দেও দি মানুহৰ অন্তৰত ভয় লগায় নে? ৰাতিৰ গভীৰ নিস্তব্ধতা বা পৃথিৱী ঢাকি থকা শুকুলা নিয়ৰে দৰ্শকৰ প্ৰাণত ভীতি জগাই দিয়েনে? অথবা শুনা-নুশুনাকৈ উঠা পানীৰ চপ্ চপনি শব্দই প্ৰাণত ভয় সুমুৱাই দিয়েনে? যুদ্ধৰ বৰটোপ বা মেঘৰ বজ্ৰধ্বনিতকৈয়ো এই চপ্ চপনি শব্দ ভীতি সঞ্চাৰক হৈ পৰে। পিতনিবিলাক স্বপ্নলব্ধ দেশৰ নিচিনা। ইহঁত ভয়প্ৰদ জগত আৰু তাৰ ভিতৰত অজ্ঞাত ৰহস্য লুকাই থাকে। ইমানেই নহয়। সৃষ্টিৰ ৰহস্যও পিতনিবিলাকত জড়িত আছে। সূৰ্য্যৰ উত্তাপত উন্তৰ হোৱা বাৰি সিক্ত ভূমিৰ বাষ্পৰ আবৰণত স্থিৰ পঙ্কময় জলতেই প্ৰাণৰ বীজৰ প্ৰথমতে স্পন্দন হোৱা নাছিল নে?

সন্ধিয়া পৰত ককাইদেউৰ ঘৰ পালোগৈ। ঠেটুৰৈ থৰা জাৰত কোচ্‌মোচ্‌ খাই আছিলো। ওচৰৰ পৰ্ব্বতমালা বৰফে ঢাকি থৈছিল আৰু তাত লাগি অহা বতাহে পৃথিবীক হিমাচল সদৃশ কৰি তুলিছিল। ৰাতি ভাত খাওঁতে বেৰত আৰু পাভতিত নানান চৰাইৰ পাখি, ডৌকা, ঠোঁট্‌সহ গজাল মাৰি সজাই থোৱা চকুত পৰিল। এই চৰাইবিলাকৰ ভিতৰত সৰালি, দৰিক, ডাউক, কপৌ. চাকৈ-চকোৱা, কুকুৰা, ৰাজহাঁহ, আৰু চিলনি সজীৱ যেন কৰি থোৱা আছে। ককাইদেউৰ গাত জন্তুৰ ছালৰ বুকু চোলা পিন্ধা আছে। তেওঁ চিকাৰলৈ যাবলৈ কি আয়োজন কৰিছিল মোক বৰ্ণাই ক'লে।

পুৱতি নিশাৰ এন্ধাঁৰ থাকোতেই আমি যাত্ৰা কৰিম আৰু চল্ পুৱাতেই আমাৰ নিৰীক্ষণৰ স্থান পাবগৈ লাগিব। তাত বাঁহফেৰে ঢাক খাই থকা এটি সৰু জুপুৰি ঘৰ আছে। আৰু তাতে সোমাই পুৱাৰ ফেৰ্‌ফেৰিয়া চেঁচা বতাহৰ পৰা আংশিক-ভাবে ৰক্ষা পাব লাগিব। তাৰ বতাহ ইমান চেঁচা যে শৰীৰৰ তেজ গোট মাৰি যাব খোজে, গাৰ মঙহ শাণত দিয়া কৰতেৰে বা কটাৰিৰ ধাৰে কটাদি কাটে, বিষাক্ত কাঁইটে ফুটাদি ফুটে আৰু জুয়ে পোৰাদি পুৰি যাব খোজে। ককাইদেৱে হাত ডুখন ঘঁহি ঘঁহি ক'লে "ইমান চেঁচা বতৰ আগেয়ে কেতিয়াও পোৱা নাছিলোঁ। আজি সন্ধিয়াতে পানী গোট মাৰি বৰফ হ'ল।"

মই থাই উঠি পাটিত পৰি শুবলৈ গ'লো। মোৰ পাটিৰ কাষতে জুহালত জুই কুৰা জ্বলি থাকিল।

ৰাতি পুৱাবলৈ এডাঁৰ থাকোতেই ককাইদেৱে মোক টোপনিৰ পৰা জগাই দিলে। মই এটা ভেৰাৰ ছালেৰে নিৰ্ম্মিত উম থকা কোটচোলা গাত পিন্ধি ল'লো। ককাইদেৱে ভালুকৰ ছালেৰে গাটো ঢাকি ল'লে। ভক্‌ভক্ কৰে উতলি থকা তপত পানীৰে এবাটি চাহ পানী খাই আমি যাত্ৰা কৰিলোঁ। আমাৰ লগত গ'ল এজন লগুৱা আৰু দুটা চিকাৰী কুকুৰ।

বাহিৰলৈ ওলালতে চেঁচা বতাহত মোৰ হাড় হিমজু গোট মৰা যেন পালোঁ। ৰাতিটো ইমান চেঁচা আছিল যেন পৃথিবী নিৰ্জ্জীৱ হৈ পৰিছে। বতাহো যেন গোট মাৰি গৈছে। বৰফ যেন চেঁচা বতাহে শৰীৰ বিন্ধি পেলাইছে। গছ-গছনি, চৰাই চিৰিকতিৰ প্ৰাণ হৰি নিছে আৰু সিহঁতৰ ঠেৰেঙা লগা দেহা মাটিত পৰি আছে। শীতৰ প্ৰকোপত আকাশত থকা জোনবাইটিও যেন ঠৰঙা হৈ ৰ'ল আৰু তাৰ বাকী থকা কলা কেইটিও টুটিব পৰা নাই। ত্ৰয়োদশীৰ শেষ নিশাৰ ক্ষীণ আভাই পৃথিবীৰ মুখ পোহৰাই শোকময় বতৰা দিছে।

ককাইদেউ আৰু মই পিঠিটো কুজাকৈ খোজ কাঢ়ি যাবলৈ ধৰিলোঁ। আমাৰ হাত জেপত ভৰাই থৈছো আৰু বন্দুক দুটা আমাৰ বাহুৰ তলত চেপি ধৰা আছে। আমাৰ ভৰিৰ জোতাত উনস্থূতা মেৰিওৱা আছিল। তাকে নকৰিলে জোতাৰ শব্দই আমাৰ অভিলাষ নষ্ট কৰি পেলাব পাৰে। কুকুৰ দুটাৰ নাকৰ পৰা ওলোৱা প্ৰশ্বাসত শুকুলা ধোঁৱালৈ মোৰ চকু পৰিল।

পিতনিৰ এমূৰত থকা আমাৰ গন্তব্য ঠাই পালোগৈ। নল-

খাগৰি বৰতানিৰ দীঘল পাতত কিলাকুটি ঘঁহনা খাওঁতে মৃদু ধ্বনিয়ে আমাৰ কৰ্ত্তব্যৰ কথা সোঁৱৰাই দিয়ে। ততালিকে আমি কিলাকুটি চপাই লৈ হাতত সাৰে ভৰিত সাৰে এখন শান্তিৰ জগতত মৃত্যুৰ বীজ ৰুই দিবলৈ অনধিকাৰ প্ৰৱেশ কৰি আগ বাঢ়ো। এনেতে আমাৰ আশ্ৰয়ৰ কাৰণে সাজি থোৱা পজাটি পালোগৈ। আমি ভিতৰ সোমালো। তেতিয়াও চৰাই চিৰিকতি বাহৰ পৰা ওলাবলৈ প্ৰায় আধাডাঁৰ সময় বাকী। মোৰ লগত থকা জীনকাপোৰখন গাত মেৰিয়াই লৈ উম লগাবলৈ চেষ্টা কৰিলো। খাগৰিৰ ঠাৰিৰে বোৱা বেৰৰ সুৰুঙাইদি আকাশলৈ চাই পঠিয়ালো। চন্দ্ৰৰ খুলন্তৰ আকৃতিৰ বিকৃতি ঘটিছে। বৰফ লগা চেঁচা বতাহে মোৰ ডিঙিৰ ভিতৰত এনেকৈ খোচ্ মাৰি ধৰিলে যে মই কাহিবলৈ ধৰিলো। ককাইদেউ চিন্তিত হৈ পৰিল। তেওঁ ক'লে "আজি আমি 'চিকাৰ পাও নাপাও কোনো কথা নাই। কিন্তু তোমাৰ পানী লাগিব নালাগে। ৰ'বা মই একুৰা জুই ধৰি দিওঁ।" এই বুলি কৈ তেওঁ লগুৱাটোক অলপমান শুকান খৰি গোটাই আনিবলৈ ক'লে।

মজিয়াৰ মাজতে আমি খৰিখিনি জাপি দি জুই জ্বলাই দিলো। পজাৰ মুখেদি ধোঁৱা ওলাবলৈ এটা সুৰুঙা কৰি থোৱা আছিল। জুইকুৰা দপ্ দপ্ কৰে জ্বলিবলৈ ধৰিলে। আৰু জুইৰ তাপ পাই চেঁচা বৰফৰ প্ৰাণ বিনাশিনী শক্তি হ্ৰাস হৈ পৰিল। ককাইদেউ ইমান পৰে বাহিৰতে আছিল। তেওঁ

মাত লগালে "ভাইটি, আহাচোন চোৱাছি।" বাহিৰলৈ গৈ দেখিলো আমাৰ পজাটো বৰফেৰে ঢাক্‌ খাই আছে আৰু তাৰ মুধৰ সুৰুঙাইদি হেমাগ্নি শিখা জিভা মেলি ওলাইছে। দেখিবলৈ ঘৰটো বৃহৎ হীৰা এটুকুৰা যেন হৈছে। জুইৰ কাষত বহি থকা কুকুৰ দুটাৰ ৰূপ কি কিম্ভুত কিমাকাৰ হৈ পৰিছে।

হঠাৎ এটি মাত শুনা গ'ল, যেন কোনোবা চলন্ত প্ৰাণীৰ ধ্বনি। ককাইদেৱে ক'লে "সেয়া উৰণীয়া চৰাইৰ জাক।" অদৃশ্য পক্ষীৰ কণ্ঠধ্বনি শুনিলে চৰম উদ্বিগ্নতা হয়। এই ধ্বনিয়ে চিকাৰীৰ তৎপৰতা সজাগ কৰে আৰু অসীম ক্ষিপ্ৰতাৰে চিকাৰী কৰ্ত্তব্য সাধনত ব্ৰতী হয়। ঢল পুৰাৰ এই চলন্ত পক্ষীৰ ধ্বনি শুনি মোৰ এনে ভাব হৈছিল যেন মৰ্ত্ত্যৰ প্ৰাণৰ হৈ হুমুনিয়া মাৰিছেন।

ককাইদেৱে ক'লে "জুই কুৰা নুমাই পেলোৱা। ৰাতি পুৱাল। পোহৰ হ'ল।"

আকাশ পোহৰ হৈ আহিছে। জাক পাতি উৰা হাঁহৰ ক'লা ছবি আকাশত উদয় আৰু লীন হৈছে। ককাইদেৱে ধাই কৰে এজাই দুজাই গুলি মাৰিলে। কুকুৰ দুটা বিশ্বাশৱদে দৌৰি গ'ল। তাৰ পিচতো জাক জাকে হাঁহ শাৰি পাতি আকাশেদি উৰিবলৈ ধৰিলে। আৰু হয় ককাইদেৱে নহয় মই জায়ে জায়ে গুলিয়াবলৈ ধৰিলোঁ। কুকুৰ দুটাই ফোপাই জোপাই তেজস্ত লুতুৰি পুতুৰি হোৱা চৰাইবিলাক বুটলি আনিছিল। আধা মৰা চৰাই বিলাকে অন্তিম কালৰ চকুৰে আমালৈ চাইছিল।

আমাৰ চিকাৰ সমাপ্ত হ'ল। সূৰ্য্যও উদয় হ'ল। আমি উলটিবলৈ উদ্যোগ কৰিছোঁ। এনেতে দেখিলোঁ এযোৰ চাকৈ চকোৱা আমাৰ ওপৰেদি উৰি গৈছে। মই ততালিকে এজাই বন্দুক মাৰিলোঁ, চকুৰ পচাৰতে হাঁহজনী আহি থপৰাই মোৰ ভৰিৰ ওচৰত পৰিল। ওপৰত বিলাপ ধ্বনি শুনিলোঁ। দেখা পালোঁ জীয়াই থকা হাঁহটোৱে ঘূৰি ঘূৰি আকাশত উৰিবলৈ ধৰিলে। উৰি যাওঁতে মোৰ হাতত ওলমি থকা মৃত সঙ্গিনীলৈ সি চাই পঠিয়াইছিল।

ককাইদেৱে আঠু কাঢ়ি চৰাইটোলৈ লক্ষ্য কৰি আছিল। তেওঁ ক'লে "তুমি চাকৈজনী মাৰিলা। চকোৱাটো এতিয়া উৰি নাযায়।"

চৰাইটো আকাশৰ পৰা আঁতৰি নগ'ল। সি আমাৰ মূৰৰ ওপৰত বৃত্তাকাৰ কৰি উৰি থাকিল। তাৰ দুখৰ বিননিয়ে মোৰ হিয়াত শেলে বিন্ধাদি বিন্ধিছিল। বেচেৰা নিৰীহ চৰাইটোৰ কান্দোন আৰু ভৎসনা শূন্যত বিলীন হৈ গ'ল। কেতিয়াবা চৰাইটোৱে বন্দুকটো লক্ষ্য কৰি দূৰ আকাশলৈ উজাই যায়গৈ। কিন্তু কিছু দূৰ গৈ তাৰ মনৰ ভাব সলনি হয়। সি আকৌ তাৰ সঙ্গিনীৰ কাষলৈ মুখ কৰি উলটি আহে।

ককাইদেৱে ক'লে "চৰাইজনী মাটিত পেলাই থোৱা। তেনেহলে চৰাইটো বন্দুকৰ গুলিৰ সীমাৰ ভিতৰত আহিব।" চৰাইজনী মাটিত থ'লোঁ। চকোৱাটোৱে বিপদক ভ্ৰূক্ষেপ নকৰি প্ৰণয়ত আসক্ত হৈ মৃত চৰাইজনীৰকাষলৈ চোঁ কৰি

আহিল। ককাইদেৱে এজাই গুলি মাৰিলে। চৰাইটোক যেন ওলোমাই থোৱা ডোলডালহে কোনোবাই কাটি দিলে। ক'লা কিবা এটা মাটিলৈ নামি অহা দেখিলোঁ। আৰু নলনিৰ মাজত ধপ্ কৰে কিবা এটি পৰা শব্দ শুনিলোঁ। কুকুৰটোৱে বুটলি আনিলে। চাকৈ-চকোৱা দুয়োটাকে মোৰ মোনাটোত সুমাই থ'লো। সিহঁতৰ দেহা তেতিয়া শীতল, গাৰ তাপ লোপ পাইছে। মোনাটো লৈ ঘৰমুৱা হ'লো। মনতে ভাবিলোঁ "আজিৰ বীৰ চকোৱা। সি মোৰ প্ৰাণত প্ৰণয়ৰ অক্ষয় কীৰ্ত্তি ৰাখিলে।"

# শেষ দান

ছাত্র জীৱনৰ কথা। এদিন আবেলি জনাকীর্ণ ৰাজপথেদি দিনটোৰ মানসিক ক্লান্তি আঁতৰাবলৈ গৈছিলো। ছাত্র-জীৱনৰ গধুৰ শ্রম, উদ্বিগ্নতা, নিদ্রাশূন্য ৰাতি, আহাৰৰ প্রতি বিতৃষ্ণা আৰু ভগ্ন স্বাস্থ্যৰ কথা মনলৈ আহিলে তুনাই সেই কঠোৰ জীৱন সাৰটি ল'বলৈ হেপাহ নজন্মে। ৰাতিপুৱা ফেঁহুজালি দিওঁতেই টোপনিয়ে গধুৰ কৰি থোৱা চকুযুৰি অশেষ কষ্টেৰে মাথোন মেলিব পাৰি। টোপনিয়ে লালকাল কৰি 'থোৱা চকু দুটিত চেঁচা পানী সানি পুথিপাঁজি আগত মেলোতে মনত খেলায় একেটা কথা। আকৌ নিদ্রাদেৱীৰ আলিঙ্গন কেতিয়া পাম? সেই সুমধুৰ মুহূর্ত্তটো কেতিয়া পাম যেতিয়া মোৰ অৱশ অঙ্গ প্রত্যঙ্গবিলাকে ছাত্র নিবাসৰ আন্ধাৰ [?]াহৰ কুঠৰিৰ এচুকত থকা কাঠৰ তক্তাপোছখনৰ ওপৰত শিল যেন টান পাটিত বিশ্রাম লভিব। পাটিখনৰ বর্ণনা এই। চহৰৰ বাঢ়ৈয়ে সস্তীয়া কাঠেৰে গজালি চাৰি খুঁটাৰ ওপৰত চৌকাঠ লগাই তাৰ ওপৰত পাতল কাঠৰ তক্তা লগাই দিছে। তক্তা ঘন হ'লে উৰহে উৎপাত কৰে কাৰণে ইখন তক্তাৰ লগত সিখন তক্তা লিপিত্ খাই নাথাকে। তক্তাপোচখনৰ ওপৰত এখন ৰঙা ক'লা সূতাৰে কলত বোৱা দগধা সত্ৰঞ্চি। তাৰ ওপৰত ক্রমে এখন পুৰণি কম্বল আৰু ঘৰত বোৱা এডুখৰি বগা কাপোৰ। বগা কাপোৰখনৰ সূতাৰ আঁত কেবা ঠাইতো ছিগি গৈছে। বহুত দিন নিকা নকৰাত মলিয়ে ঠায়ে ঠায়ে তাঁতৰি

বান্ধিছে। পাটিৰ শিতান পূব ফালে। শিতানত এটা ৰঙা কাপোৰৰ তুলা ভৰোৱা গাৰু। গাৰুটো ক্রমাগত মূৰৰ হেঁচা পৰি পাটিৰ সমান হৈ চেপেটা হৈ পৰিছে। মূৰত তেল ঘহাঁ অভ্যাস নথকা কাৰণে কিন্তু গাৰুত এতিয়াও তেলৰ চিকমিকি বন্ধ যোৱা নাই। বেৰত চাৰিফালে চাৰিটা গজাল মাৰি থোৱা আছে। ৰাতি শোওতে চাৰিওটা গজালত মৰাপাটৰ জৰীৰে এখন মণিপুৰী আঠুৱা তৰি ম'হৰ আক্রমণ প্রতিৰোধ কৰিবলৈ ব্যৱস্থা কৰা হয়। কিন্তু আঠুৱাৰ উৱলি যোৱা চুক্ কেইটাইদি ফুটমণিয়াৰ ম'হে সপৰিয়ালে আহি নিদ্রামগ্ন ছাত্রৰ তেজ শুহি খায়। এনেকুৱা বিলাসহীন পাটিখনো আপুৰুগীয়া হৈ পৰিছে। ব্রহ্ম মূহুৰ্ত্তত উঠোতে এই পাটিৰ দুনাই আলিঙ্গন লভিবলৈ আৰু কিমান পৰ তাক চিন্তা কৰোঁতে ওৰে দিনটোৰ হাড়ভঙা পৰিশ্রমৰ ছবি মাথোন মনৰ আগত উদয় হয়। অনিদ্রা, অনাহাৰ, ভগ্ন স্বাস্থ্য আৰু মানসিক পৰিশ্রমে জুৰুলা কৰা বিলাসবিহীন ছাত্র জীৱনটোলৈ সুঁৱৰিলে দুনাই তেনেকুৱা জীৱনৰ দুৱাৰ দলিত ভৰি দিবলৈ সাহ নহয়। চকুৰ টোপনি চকুতে থৈ পুৱাৰে পৰা পাঠ্য পুথি পঢ়ি থাকোতে শৰীৰ নিশকতিয়া হৈ পৰে। দুপৰীয়া আৰু আবেলিৰ লঘু আহাৰে শৰীৰৰ পুষ্টি নাসাধিলেও অন্ততঃ গুৰুপাকী আহাৰৰ বিষময় ফল নিবাৰণ কৰে। বিয়লি বেলা যেতিয়া পোহৰ ক্ষীণ হয় আৰু তুলা পাতত ডাঠ চিয়াহীৰে ছপোৱা আখৰ অস্পষ্ট হৈ পৰে তেতিয়া চকুযুৰি বম বমাবলৈ ধৰে। হয়তো অধিক

শ্রমৰ ফলত আৰু উপযুক্ত পোহৰৰ অভাৱত চকুৰ ভিতৰৰ সূক্ষ্ম শিৰাবিলাক দুৰ্ব্বল হৈ পৰিছে। চকুৱে তাৰ ফলত বিদ্ৰোহ কৰি উঠে। এনে পৰত দীঘলীয়া ভ্ৰমণে শৰীৰ আৰু মনৰ সতেজতা ঘূৰাই আনে। ক্লান্ত শৰীৰ আৰু শ্ৰান্ত মনৰ অৱসাদ আঁতৰাবলৈ সেই দিনা সন্ধিয়াও আন দিনাৰে দৰে বহল মুকলি পথাৰখন লক্ষ্য কৰি ওলাই গৈছো। চাৰি আলি পাৰ হৈ পথাৰলৈ যাব লাগে। চাৰি আলিতে নানান্ যান বাহনৰ খোৱা ঠাই। যান বাহন নিয়ন্ত্ৰণ কৰিবৰ কাৰণে তাত শুক্ল বস্ত্ৰধাৰী চন্তৰী বৰ্ত্তমান। চন্তৰীয়ে ক্ৰমাগৎ সোঁ আৰু বাওঁ হাতেৰে সঙ্কেত দি যানবাহন চলাচল কৰায়। চাৰি আলিৰ কেউ কাষে সৰু সৰু পোহাৰ। ইয়াত বেঞ্জি, সূতা, চিপি গুদাম, বনিয়ন, জোতাৰ ফিটা আৰু চিয়াহি, মূৰত মৰা ফিটা আৰু পিন্ প্ৰভৃতি হৰেক ৰকমৰ মনোহাৰী দ্ৰব্য পথিকৰ মন আকৰ্ষণ কৰিবৰ কাৰণে সজাই থোৱা আছিল। তাৰ একাষত এটি ক্ষীণকায় ডেকাই ভালেখিনি ছবি আৰু সৰু সৰু কিতাপৰ এখন পোহাৰ মেলিছিল। ডেকাৰ মুখ দেখিলে অনুমান হয় যে তেওঁ আধা পেটীয়াকৈ দিন কটাইছে। তেওঁৰ চকু যুৰি ক্ষীণ, অৰ্দ্ধাহাৰত কণ্ঠৰ স্বভাৱ-সুলভ শক্তি হ্ৰাস পাইছে। আন দোকানীবিলাকৰ সঘনে বিক্ৰী হৈছে। এই ডেকাৰ পোহাৰৰ ওচৰলৈ কোনো যোৱা নেদেখিলো। কাষ চাপি গ'লো। তেওঁ সকাহ পালে, ছবিখিনি চাব খুজিলো। হেপাহেৰে তেওঁ আগবঢ়াই দিলো। লগতে সৰু সৰু কিতাপ কেইখনি

মোৰ চকুৰ ফাললৈ ডাঙি ধৰিলে। ছবিখিনি এখন এখনকৈ চাবলৈ ধৰিলোঁ। ইয়াৰ মাজত বং বেৰঙৰ ছবি আছিল। প্ৰেমৰ কাহিনী বৰ্ণোৱা ছবি তাত নাছিল। ডেকা গাভৰুৰ বা স্ত্ৰী পুৰুষৰ নৈসৰ্গিক যৌন স্পৃহা জাগৃত কৰা কোনো চিত্ৰ তাত নাই। গতিকে ডেকা ডেকেৰীৰ তাত চকু ৰ লাগি নৰয়। ডেকাজনে ছবিবিলাক এখন এখনকৈ মোক দেখুৱাবলৈ ধৰিলে। এইখন ৰামকৃষ্ণ পৰমহংসৰ, দক্ষিণেশ্বৰ কালী মন্দিৰত মায়া মোহ ত্যাগ কৰি কালীমাতাৰ স্বৰূপ দৰ্শন কৰিছে। এইখন স্বামী বিবেকানন্দৰ, চিকাগোত হিন্দু দৰ্শনৰ বক্তৃতাদি জগতৰ দাৰ্শনিক মণ্ডলীক চমক খুৱাইছে। এইখন ত্ৰৈলিঙ্গ স্বামীৰ, যোগ সাধনত প্ৰবৃত্ত হৈ আছে, তেওঁৰ কটিস্থলৰ বাহিৰে কৃষ্ণকায় শৰীৰ অনাবৃত। এইখন ৰামমোহন ৰায়ৰ, তেৱেঁই ধ্বংসমুখী নৈষ্ঠিক হিন্দু সমাজক পতনৰ মুখৰ পৰা ৰক্ষা কৰিছিল। এইদৰে তেওঁ ছবি বৰ্ণাই গ'ল। কিন্তু মোৰ মন নেখালে। ডেকা হতাশ হ'ল। তেন্তে তেওঁৰ পোহাৰ আজি নিষ্ফল হৈয়ে ৰ'ল ; তেওঁৰ ছবিয়ে কাৰো মন যোগাব নোৱাৰিলে। এনেতে লুটিয়াই বগৰাই থাকোতে দুখন ছবিলৈ চকু পৰিল। এখন যীচুখ্ৰীষ্টৰ আৰু আনখন মেৰীৰ। যীচু দণ্ডিত অৱস্থাত। তেওঁৰ উজ্জ্বল চকু যুৰিয়ে সত্যৰ সন্ধান বিচাৰিছে। মেৰী মাতৃস্বৰূপিনী দেৱী। ছবি দুখন হাতলৈ তুলি ল'লোঁ। ডেকাই কৌতূহলেৰে চালে। তেওঁ মোৰ সাজপাৰৰ পৰা নিশ্চয়কৈ বুজিছে যে খ্ৰীষ্ট ধৰ্মৰ অনুগামী মই নহয় এই গতিকে তেওঁৰ ছবি দুখন মই

কিনাৰ কাৰণ নাই। ড্ৰেপত লৈ ফুৰাব পৰা সৰু আকাৰৰ নীলা বেটুপাত লগোৱা শ্ৰীমতী এনি বেচান্তৰ দেৱনাগেৰি আখৰত ছপোৱা ইংৰাজী অনুবাদ সম্বলিত গীতা এখনি ডেকাই মোলৈ আগ বঢ়াই দিলে। মই হাতলৈ তুলি ল'লো। দেখিলো ছপা আৰু কাগজ বিতোপন। সৰুতে বীৰেশ্বৰাচাৰ্য্যৰ গীতাৰ টীকা পঢ়িছিলো, আৰু তাৰ পৰাই গীতাৰ দাৰ্শনিক মাহাত্ম্য তিলমাত্ৰ অনুভৱ কৰিছিলো। আজি এই ধুনীয়া কিতাপখনি সহজে লৈ ফুৰিব পৰাকৈ পাই ততালিকে এখন কিনি ল'বলৈ সাজু হ'লো। ডেকাক দাম সুধিলো। ক'লে এসিকি, কিনি ল'লো। তাৰ পিচত ডেকাক যীছু আৰু মেৰীৰ ছবি দুখনৰ দাম সুধিলোঁ। তেওঁ মোৰ চকুলৈ চালে। বোধহয় বুজিলে যে মই তেওঁৰ পোহাৰ লৈ ব্যঙ্গ কৰিছো। দুনাই সুধিলো। তেওঁ ক'লে "দুটকা"। দুটকা আৰু সিকি এটা আগ বঢ়াই দি ছবিদুখন আৰু সৰু কিতাপখনি লৈ ছাত্ৰ নিবাসৰ ফাললৈ উলটিলো। মই যোৱাৰ পিছতো মনতে গুণাগঠা কৰিলো গীতাখন আইৰ থাপনাত আৰু ছবি দুখন মোৰ পঢ়া কোঠাত সজাই থমগৈ। মই যোৱাৰ পিছতো ডেকাজনে মোৰ ফাললৈ ৰ লাগি চাই আছিল। চাৰি আলিটো পাৰ হৈ আহোঁতে মই ঘূৰি চাইছিলো। ডেকাজনে মোলৈ চাই দূৰৈৰ পৰা হাত যোৰ কৰি নমস্কাৰ দিছিল। তেওঁৰ এনেকুৱা আকস্মিক বিনয় প্ৰকাশৰ কাৰণ অবোধ্য হৈ থাকিল। অৱশ্যে বুজিব পাৰিলো এই বঙ্গজ যুৱকজন অভাৱৰ তাড়নাত ৰাজপথৰ

নগণ্য দোকানী হলেও ভাৰতীয় সংস্কৃতিৰ মোহ ত্তেওঁৰ অভিৰুচিৰ পৰা বহিভূৰ্ত হোৱা নাই।

সেই বেলি জহৰ দীঘলীয়া বন্ধত ঘৰলৈ নাহি মহানগৰীৰ ছাত্ৰ নিবাসতে পুথি পাঁজি পঢ়িবলৈ মানস কৰিলো। জহৰ বন্ধ হোৱাৰ লগে লগে লৰাৰ মাজত উচ্ছলি মুচ্ছলি লাগিল। চহৰৰ দোকানৰ পৰা নানান্ তৰহৰ মনোহাৰী দ্ৰব্য, কাপোৰ আৰু খোৱা বস্তু যতনাই লৈ প্ৰায় সকলোটিয়েই উলহ্ মালহ্ কৰি ঘৰলৈ যাবলৈ উত্ৰাৱল হ'ল। বন্ধৰ আগ দিনাৰে পৰা জুমে জুমে লৰা ঘৰমুৱা হ'ল। বন্ধৰ প্ৰথম দিনটোত ছাত্ৰ-নিবাসটো শ্মশান যেন লাগিছিল। আহল বহল খোৱা কোঠাৰ মজিয়াত য'ত একেলগে শ শ ল'ৰাৰ ভোজন যোগোৱা হৈছিল তাত সেই ৰাতি কেৱল চাৰিখনহে ভুখৰি পীৰা পাৰি দিছিল। কাঁহ পৰি জীৰ্ণ্ যোৱা চাৰিখলপীয়া ছাত্ৰ নিবাসটো এই অৱস্থাত অধ্যয়নৰ স্থল আছিল নে নাই ক'ব নোৱাৰি কিন্তু অলপ ধতুৱাৰ কাৰণে এই দুৰ্জ্জয় ঘৰটো ভীতি-সঞ্চাৰক হৈছিল।

এদিন দুদিনকৈ নিৰ্জ্জনতাৰ ভিতৰেদি দিনবিলাক পাৰ হৈ গৈছে। ৰাতিপুৱাৰ পৰা গধূলিলৈকে দিনটো বৰ দীঘল যেন লাগে। ছাত্ৰ নিবাসৰ ভিতৰত মানুহৰ মুখ দেখিবলৈ নাই। কেৱল ৰাতিপুৱা মোহনে তাৰ দৈনন্দিন কৰ্ত্তব্য সমাধা কৰিবলৈ আহি মজিয়াখন শোতাৰে সাৰি দি যায়হি। জুম বান্ধি থকা ল'ৰাৰ মাজত ডাঙৰ হোৱা লোদোৰ, পোদোৰ্ ভলুকা কুকুৰ

ৰতনেও এই নির্জ্জনতা সহ্য কৰিব নোৱাৰি তাৰ ভোবোৰা-ভোবোৰ নেজডাল জোকাৰি, বহল কাণ দুখন পেলাই মোলৈ মৰম আগ বঢ়াই দিয়ে। ময়ো তাৰ মূৰত হাতখন থপৰিয়াই দি তাৰ মৰমৰ ভাগ লওঁ আৰু সঙ্গীহীন জীৱনত ক্ষন্তেকলৈ সঙ্গসুখ লাভ কৰোঁ। আজিকালি ৰতনে প্ৰায়েই মোৰ দুৱাৰ দলিত শুই থাকেহি। বন্ধু যিমানেই আগুৱাই গৈছে মোৰ দূৰণিবটীয়া ঘৰখনি আৰু মৰমৰ আইলৈ ঘনাই মনত পৰিছে। ৰতনক মূৰত হাত ফুৰাই দি কওঁ "ৰতন, তোৰ ডিঙিত বান্ধি দিম, চিঠি এখন নি মোৰ আইক দিবগৈ পাৰিবিনে?" সি মাটিত শুই ঠেং কেইখন মেলি মোৰ ওচৰত বশ্যতা স্বীকাৰ কৰে মাথোন। দক্ষিণৰ আকাশখন ক'লা ডাৱৰে যেতিয়া ছাটি ধৰে তেতিয়া ডাৱৰৰ চলন্ত চপৰাবিলাকলৈ চাই ভাবো যক্ষই এনে ডাৱৰৰ বুকুত বান্ধি তেওঁৰ প্ৰেয়সীলৈ সমাচাৰ পঠিয়াইছিল। পৃথিবীৰ মলিনতাৰ আঁতৰত থকা সৌ মেঘ চপৰাই আজি মোৰো অন্তৰৰ বাতৰি দূৰ দূৰণিত পুত্ৰ চিন্তাত অথিৰ্ অবিৰ হৈ থকা মোৰ আজলী আইক নিদিবগৈ নে?

* * * *

এদিন শেহ ৰাতি টোপনিৰ পৰা সাৰ পাই দেখিলো মোৰ কাষৰ ধকৃধকীয়া পাটি এখনত বগা কাপোৰেৰে কিবা এটা ঢাকি থোৱা আছে। দূৰলৈ চাই দেখিলো আহল বহল কোঠালিটোত বহুত পাটি পৰা আছে আৰু প্ৰত্যেকখন পাটিতে একো একো জনকৈ মানুহ। ওপৰত থকা বিজুলী চাকিৰ ক্ষীণ পোহৰ

কোঠালিটোত পৰিলেও কাৰো মুখ ফটফটীয়াকৈ দেখা পোৱা নাযায়। পাটিত শুই থকা মানুহৰ কোনোজনে ঈশ্বৰৰ নাম স্মৰণ কৰিছে, কোনোজনে আত্মীয় স্বজনক বিচাৰিছে। কোনোজনে অৰ্থহীন বিকট চিঞৰ মাৰিছে। শুকুলা কাপোৰ পিন্ধা জনসেৱাৰ ব্ৰতেৰে দীক্ষিত শুশ্ৰূষাকাৰিণী গাভৰু দুজনীয়ে হাতত সাৰে ভৰিত সাৰে কোঠালিটোৰ ভিতৰত ক্ৰমান্বয়ে ইখন পাটিৰ ওচৰৰ পৰা সিখন পাটিলৈ অহা যোৱা কৰিবলৈ ধৰিলে। মাজে মাজে গাভৰু দুগৰাকীয়ে শুই থকা বেমাৰীবিলাকৰ কাকো ঔষধ খুৱাইছে, কাৰো কাপোৰ সলনি কৰি দিছে, কাকো হাত ভৰি পিটিকি যন্ত্ৰণাৰ উপশম দিবলৈ যত্ন কৰিছে। এই মাজ নিশাও এই গাভৰুহঁতৰ চকুলৈ টোপনি অহা নাই নে? দিনত টাকুৰি ঘূৰাদি ঘূৰা তেওঁবিলাকৰ জীৱন, ৰাতিও মুহূৰ্ত্তলৈ বিশ্ৰাম নাই। কেৱল ৰোগীৰ সেৱাই তেওঁলোকৰ জীৱনৰ আশা আকাঙ্খা পূৰণ কৰেনে? সশৰীৰী জীৱৰ লোভ, মোহ, কামৰ অনুভূতি জৰীয়ে তেওঁবিলাকক সাঙুৰি নেপেলাই নে?

মই চকু মেলা দেখিলতে এগৰাকী গাভৰু মোৰ কাষলৈ আহিল আৰু জ্বৰ জোখা যন্ত্ৰটো সৰু গিলাছ এটাৰ পৰা উলিয়াই লৈ মোৰ জিভাৰ তলত সুমুৱাই দিলে। যন্ত্ৰটো উলিয়াই শৰীৰৰ উত্তাপ নিৰীক্ষণ কৰিলে। তাৰ পিচত তেওঁ কপালত হাত বুলাই ক'লে "ভাইটি তুমি কেনে পাইছা?" মই ক'লো "বাইদেউ মই ইয়ালৈ কেতিয়া আহিলো?" তেওঁ বিশেষ উত্তৰ নিদি কথা নাপাতিবলৈ ইঙ্গিত দিলে। মই

আকৌ সুধিলো "বাইদেউ মোৰ ওচৰৰ পাটিখনত ঢাকি থোৱা মানুহজন কোন ?" তেওঁ ক'লে, তেওঁ এজন ৰোগী। ক্ষন্তেকৰ পিছতে সেই ৰোগীজনৰ শোৱা পাটিখন বগা কাপোৰৰ পৰ্দ্দাৰে কেউফালে ঢাকি পেলালে। তাত মোৰ কৌতূহল বাঢ়িল। মই একে থিৰে বগা পৰ্দ্দাখিনিলৈ চাই থাকিলো। এবাৰ চকৰিৰ ঘৰ্ ঘৰনি শব্দ শুনিলো। শব্দটো ক্ৰমাৎ আঁতৰি যোৱা যেন পালোঁ। আকৌ লাহেকৈ গাভৰু গৰাকীক সুধিলো "বাইদেউ এইটো কিহৰ শব্দ ?" তেওঁ ক'লে "ৰোগীজনক ডাক্তৰে পৰীক্ষা কৰিবলৈ আন ঘৰলৈ নিছে।" ওচৰৰ আন এখন পাটিৰ পৰা আধা-ফুটা মাতেৰে এজন ৰোগীয়ে "হৰিবোল" মন্ত্ৰ উচ্চাৰণ কৰিলে।

পিছদিনা ৰাতিপুৱা সাৰ পাই দেখো আগ ৰাতি বগা কাপোৰেৰে ঢকা পাটিখনত এজন বাল্য বন্ধু শুই আছে। বন্ধুজনক দেখি মনত বৰ আনন্দ পালো। তেওঁক সুধিলো "ভাই ৰঞ্জন তই কেতিয়া আহিলি ? যোৱা ৰাতি তোৰ কি হৈছিল ?" ৰঞ্জন তন্দ্ৰাভূত হৈ আছে। সি উত্তৰ দিব নোৱা-ৰিলো। ওচৰত থকা ৰোগীৰ পৰা জানিব পাৰিলো ৰঞ্জনক সেইদিনা ৰাতি পুৱাবলৈ এডাঁৰ থাকোতেহে টান নৰিয়াৰ কাৰণে ইয়ালৈ অনা হৈছিল। সেইখন পাটিৰ আগৰ ৰোগীজনৰ যোৱা মাজ নিশা পাৰ্থিৱ জীৱনৰ অৱসান ঘটিছে। সেই পাটিৰ এতিয়া ৰঞ্জন অধিকাৰী হৈছে।

ৰোগীৰ ভৱনত আৰু এসপ্তাহ কটোৱাৰ পিচত বুজিব পাৰিলোঁ যে শকত নৰিয়া হোৱা কাৰণে ছাত্ৰ নিবাসৰ

চিকিৎসকজনৰ তৎপৰতাত এদিন শেহ নিশা মোক ইয়ালৈ স্থানান্তৰ কৰা হৈছিল। মই তেতিয়া চেতনা হেৰুৱাইছিলো। তিনিদিনৰ দিনা ৰাতিহে মোৰ জ্ঞান আহিছিল আৰু চেতনা পায়েই মই শুশ্রূষাকাৰিণী গাভৰু গৰাকীৰ লগত কথা পাতিব খুজিছিলো। চিকিৎসাধীন হৈ থকা দিন কেইটা আন আন ৰোগীবিলাকৰ আচৰণ বিশেষ ভাবে লক্ষ্য কৰিছিলো। সকৰৰ প্ৰায় ৰোগীয়েই অধিক সময় আই আই বুলি আটাহ পাৰি যন্ত্ৰণা লঘু কৰিছিল। মোৰো সঘনে দূৰ দূৰণিত থকা আউলি জাউলি চুলিৰ আইলৈ মনত পৰিছিল। বেমাৰী পাটিত পৰি থকা বাতৰি আয়ে হয়তো পোৱা নাই। যদি এই বাতৰি আয়ে কেনেবাকৈ পায় তেন্তে তেওঁ চিন্তাত অথিৰ অথিৰ হৈ পৰিব আৰু খোৱা শোৱা এৰি ব্যাকুল হ'ব। আৰু যদি নৰিয়া অৱস্থাত মোৰ কিবা অঘটন ঘটে তেন্তে আইক সান্ত্বনা দিব কোনে? দূৰ দেশত জ্ঞানলাভ কৰিবলৈ আহি যদি আইৰ অগোচৰে অজ্ঞানে চিৰবিদায় লওঁ তেন্তে মই মাতৃহন্তা নহৈ কি হ'ব পাৰো? তেতিয়া মনত পৰে আলিৰ কাষৰ পোহাৰৰ পৰা অনা সৰু কিতাপখনিলৈ। কিমান হাবিয়াসেৰে এই কিতাপখন আইক দিম বুলি আনিছিলো। যদি দিবলৈ নাপাওঁ তেন্তে মোৰ দুখৰ কাহিনী কোনেও নুবুজিব।

ৰোগ ক্ৰমাৎ আঁতৰিছিল। শৰীৰ দুৰ্ব্বল হৈ আছিল। এনেতে ককাইদেৱে বাতৰি দিলে যে ঘৰত আইৰ গা ভাল

নহয়। আৰু অসুবিধা নহলে মই যাব পাৰিলে ভাল। এই বাতৰি পাই মই চিন্তাত পৰিলো। মনে মনে ভাবিলো— আইক বহুত দিন দেখা নাই। নৰিয়া পাটিত পৰি কেবাদিনো আইৰ বিষয়ে বেয়া সপোন দেখি আছো। ইয়াত গা টঙাবলৈ সময় লাগিব। ঘৰলৈ গ'লে আইৰ প্ৰতিপালত সোনকালে সবল হৈ উলটি আহিব পাৰিম। এইদৰে গুণাগঠা কৰি ঘৰলৈ যোৱাটোকে মনে মনে থিৰাং কৰিলো গধুলি সান্ধ্য পৰিদৰ্শনত যেতিয়া চিকিৎসক আহিল তেতিয়া মনৰ কথা প্ৰকাশ কৰিলো। পিচদিনা পুৱা মোক যাবলৈ অনুমতি দিলে। ৰাতিটো মনৰ উগুল্ থুগুল্ অৱস্থাত পাৰ হ'ল।

* * * *

ৰঞ্জনৰ নৰিয়াৰ বাতৰি পাই ভায়েক গুঞ্জন খবৰ কৰিবলৈ চানগৰীলৈ আহিছিল। ৰঞ্জনৰ ভাললৈ অহা দেখি গুঞ্জন ঘৰলৈ উলটিছিল। সেই লগতে ময়ো ঘৰমুৱা হ'লো। গুঞ্জন লগত থকা কাৰণে দীঘলীয়া বাটৰ সহায় হ'ল। ৰেলগাড়ীৰ তৃতীয় শ্ৰেণীৰ যাত্ৰীৰ দুৰ্গতি যি নিজে ভুগিছে তেওঁহে বুজে। নেদেখাজনক বুজোৱা নাযায়। মাল বস্তুৰ টোপোলা লদা দি যাত্ৰীবিলাক ইজনৰ ওপৰত সিজন উঠে। কোঠাটোৰ ভিতৰত বেঞ্চী এটা পৰিবলৈকো ঠাই নাথাকে। তাৰোপৰি খিৰিকি আৰু দুৱাৰত দুৰ্ভগীয়া যাত্ৰী ওলমি যায়। এইদৰে জীৱন্ত প্ৰাণীক কান্ধুলি জপা দি আৰু বহুতক ওলোমা বাদুলি দিয়াই দীঘল ৰেলগাড়ীখন উকি মাৰি মেদিনী কঁপাই গন্তব্য

স্থানলৈ ক্ৰমে ধীৰে ধীৰে পিছত আশ্‌বিশ্‌ বেগেৰে যাবলৈ ধৰিলে। ৰেলগাড়ীত যোৱা যাত্ৰীসকলৰ কি দুৰ্গতি! তেওঁবিলাক ঘামিজামি জুৰুলি জুপুৰি। ইকাতি সিকাতি কৰিবলৈ ঠাই নাই। কাঠৰ পুতলাৰ দৰে সকলোটি লৰ্‌চৰ্‌ নকৰাকৈ গৈ আছে। প্ৰত্যেকেই ভাবে পিছৰ ষ্টেছনটোত হয়তো কোনোবা নামিব তেতিয়া তেওঁবিলাকে উশাহ ল'বলৈ সুৰুঙা পাব। বহুত পৰা আশা কৰি থকাৰ পিছত যেতিয়া এটা ষ্টেছন পায় তেতিয়া তাতে যাত্ৰীৰ কি বিকল। তৃতীয় শ্ৰেণীৰ গাড়ীখনেই যেন সিহঁতৰ জীৱন মৰণৰ স্থল। ইয়াৰ আকৰ্ষণত তেওঁলোক মতলীয়া হৈ গাড়ীখনত উঠিবলৈ পোন্‌দাহে আহে। কিন্তু সোমাবলৈ বাট পথ ক'ত? যাত্ৰীৰে দুৱাৰ খিৰিকি ঢাক্‌ খাই থাকে। ব্যৰ্থ মনোৰথ হৈ যাত্ৰী বিলাকে ইখনৰ পিছত সিখন গাড়ীৰ ওচৰলৈ যায়। এনেকৈয়ে দুখীৰ দুখ বাঢ়ে, নকমে। এই দুখৰ ভিতৰতো মাজে সময়ে যাত্ৰীসকলৰ ভিতৰত হাঁহিৰ ৰগৰ উঠে। তৃতীয় শ্ৰেণীৰ নিৰ্য্যাতনে তেওঁলোকৰ মনুষ্যত্ব হৰণ কৰি নিব পৰা নাই কাৰণেইনেকি এই সৰলতাৰ পৰিচয় দিয়ে।

* * * *

তিনি দিনৰ মূৰত গাঁৱৰ পদূলি মুখত উধাতু খাই উপস্থিত হ'লোহি। নিজৰ দেহটোলৈ কটাক্ষ কৰা নাই। বেমাৰী পাটিৰ পৰা উঠি তিনি দিনকৈ ৰেলৰ তৃতীয় শ্ৰেণীত অনাহাৰে অনিদ্ৰাৰে কটাবলৈ শৰীৰত শক্তি কেনেকৈ হৈছিল ক'ব

নোৱাৰিলো। কিন্তু বেগী আৰু শক্তিমন্ত মনটোৱে শৰীৰটোক এনেদৰে পৰিচালনা কৰি আনিছিল যে মনৰ নিৰ্দ্দেশ দেহটোৱে যোল অনা পালন কৰি আহিছিল। ক্ষুদ্ৰ শৰীৰটোৰ ওপৰত যদি মনৰ এনে প্ৰভাৱ হয় তেন্তে বিধাতাৰ সৃষ্টিত বস্তুজগতৰ ওপৰত চেতনাৰ প্ৰভাৱ নিৰাকৰণ কৰিব কোনে? মন যদি দেহৰ চালক হয় তেন্তে আধ্যাত্মিক শক্তিয়ে বিৰাট বাস্তৱ জগতখন পৰিচালনা কৰা গধুৰ সত্য কেনেকৈ উপেক্ষা কৰা যায়?

ঘৰৰ পদূলিলৈ আহি ঘৰৰ ভিতৰত মানুহৰ সমাগম হোৱা উমান পালো। কিবা এটা বিপদৰ আশঙ্কাই আকুল কৰে। শৈশৱত মাকলৈ পুতেকৰ প্ৰাণত যি আবেগ ই অনুভূতিৰ বিষয় মাথোন। যৌৱনত প্ৰিয়ালৈ যি প্ৰীতি আৰু সন্তানলৈ যি অপত্য স্নেহ এই দুয়োবিধ চেনেহক ল'ৰাকালৰ মাকলৈ মৰমে গভীৰতাত তল পেলাব পাৰে। ভয়ে সংশয়ে চ'ৰা ঘৰৰ ভিতৰ সোমালত প্ৰকৃত অৱস্থা বুজিবলৈ বাকী নাথাকিল। বেজ কবিৰাজেৰে আগুৰি থকা আইৰ ওচৰলৈ গৈ মাত লগালো "আই মই আহিলো"। নিস্তেজ চকুযুৰি মোৰ ফালে ঘূৰাই আয়ে ক'লে "সোণ তই ইমান খীণাইছ কিয়? বোৱেৰক ক সোনকালে তোক এবাটি গাখীৰ আৰু এখামোচা পিঠাগুড়ি খাবলৈ দিয়ক। মই ভাল হ'ম চিন্তা নকৰিবি।"

ছমাহৰ আগতে ঘৰৰ পৰা যাওঁতে আইৰ মুখ পুৰঠ, গাল দুখনি পকা ঠেকেৰা যেন, ওঁঠ জেতুলি পকা যেন আৰু চকু

উজ্জ্বল দেখি গৈছিলোঁ। কিন্তু আজি তাৰ পৰিৱৰ্ত্তে সোতোৰা সোতোৰ্ মুখ, ক'লা পৰা ওঁঠ্ আৰু নিশকতীয়া চকুযুৰি দেখিলত মোক শোকে খুন্দা মাৰি ধৰিছিল। গতিকে আইলৈ চাই কথা ক'ব নোৱাৰিলো। মুখখন ঘূৰাই ঘৰৰ পাছফালে গ'লো। দেখিলো পাছ চোতাল আৰু বাৰীখনো এৰা পৰলীয়া হৈ আছে। গোটেই ঘৰখনেই আন কি বাৰীৰ গছ গছনি-বিলাকো যেন আইৰ বেমাৰত শোকাকুল হৈ পৰিছে। আগন্তুক বিপদৰ ছাঁ যেন গছে পাতে প্ৰতিবিম্বিত হৈ পৰিছে।

মনটো ডাঠ কৰি লৈ অলপ পিছত আকৌ এবাৰ আইৰ ওচৰলৈ গ'লো। আইক ক'লো "আই তোমাৰ থাপনাত থবলৈ এইখন পুথি আনিছো।" এই বুলি কৈয়েই জেপৰ পৰা অকণিমান কিতাপখনি উলিয়াই দেখুৱালোঁ। আয়ে কিতাপখন তেওঁৰ শিতানৰ গাৰুৰ তলত থবলৈ ইঙ্গিত দি ক'লে "তুমি অলপ জিৰণি লৈ মোক এক আধ্যা পঢ়ি শুনাবা।" কথাষাৰ শুনি বং পালো। কিন্তু লগে লগে শোকে খুন্দা মাৰিও ধৰিলে। যি থাপনাত থবলৈ আশা কৰিছিলো সেই থাপনাত থৈ আয়ে পঢ়া দেখা নাপাম নে কি ?

ইয়াৰ পিচত তিনিটা দিন ক্ৰমে ৰাতিপুৱা, দুপৰীয়া, আবেলি আৰু ৰাতি একো অধ্যায়কৈ পুথিখন পঢ়ি আইক শুনাইছিলো। একাদশ অধ্যায় বিশ্বৰূপ দৰ্শন পঢ়োতে আয়ে বিশেষ মনোযোগ দিয়া যেন দেখিছিলো। ময়ো স্পষ্ট

উচ্চাৰণেৰে ধীৰে ধীৰে পাঠ কৰিবলৈ ধৰিছিলো। প্ৰথমতে যি শোকে বুকুত খুন্দিয়াইছিল, ক্ৰমাৎ শোক লঘু হৈ পৰিছিল। শ্ৰীকৃষ্ণই যুদ্ধৰ প্ৰতি বৈৰাগ্য ভাব হোৱা ভক্ত অৰ্জ্জুনক আত্মাৰ অবিনশ্বৰতাৰ গধুৰ তত্ত্ব যেনেকৈ প্ৰাঞ্জল ভাবে ব্যাখ্যা কৰিছিল এই বিবৰণ পঢ়িলত মন লাহে লাহে থিৰ্ হ'বলৈ ধৰিলে। তৃতীয় পাণ্ডৱ মহাবাহু অৰ্জ্জুনে যুদ্ধক্ষেত্ৰত থিয় হৈ যেতিয়া কৌৰৱ বীৰ দুৰ্য্যোধন প্ৰমুখ্যে আত্মীয়স্বজন সকলৰ সম্মুখীন হ'ল তেতিয়া তেওঁৰ মন বিষাদে ঢাকি পেলালে। যাৰ সৌহাৰ্দ্দ্য আৰু প্ৰেমৰ দ্বাৰা তেওঁৰ জীৱন মধুময় হ'ব এনে স্বজন সকলক নিহত কৰি তেওঁ কি সুখ লাভ কৰিব? যি যুদ্ধৰ যোগে কেৱল মানুহৰ প্ৰাণ হানি হয় তেনে যুঁজত তেওঁ ব্যাপৃত হ'ব নোৱাৰে। এইদৰে যেতিয়া তেওঁক মায়ামোহে আচ্ছন্ন কৰিলে তেতিয়া শ্ৰীকৃষ্ণই তেওঁক বুজনি দি ক'লে "আত্মা অবিনশ্বৰ। আমি যেনেকৈ এসাজ কাপোৰ সলাই আন এসাজ কাপোৰ পিন্ধো তেনেকৈ আমাৰ আত্মাই নৱ পৰিধান মাথোন লয়। কিন্তু আত্মা অমৰণ, অভগণ।" আত্মাৰ অমৰণশীলতা তথ্য কেৱল যুক্তিৰেই নেদেখুৱাই শ্ৰীকৃষ্ণই ব্যৱহাৰিক উপায়েৰে এই সত্য প্ৰতিপন্ন কৰাইছিল— বিশ্বৰূপ দৰ্শনেৰে। শ্ৰীকৃষ্ণই মুখ মেলি বিশ্ব প্ৰদৰ্শন কৰিলে। অৰ্জ্জুন বিস্ময়ত বুৰ গ'ল। যি সকল আত্মীয় স্বজনক তেওঁ নিহত কৰা দেখিছিল সেই সকলোজনকে তেওঁ দেখা পালে। শৰীৰ ৰোমাঞ্চ, হাত ঠক্ ঠক্ কৰে কঁপা, চকু স্থিৰ এনে অৱস্থাত

অর্জ্জুনে প্রণিপাত করি কৰযোৰে নিবেদন কৰিলে”— আপোনাৰ দেহৰ ভিতৰত মই গোটেই বিশ্ব দেখা পাইছো। পদ্মাসনৰ ব্ৰহ্মা আৰু যোগাৰত ঋষিকুলকো দেখা পাইছো। আপোনাৰ শৰীৰ অনন্তব্যাপী। আপুনি সৰ্ব্বত্ৰ বিদ্যমান। আপুনি অনাদি আৰু অনন্ত। আপুনি অব্যয়, বিশ্বৰ পৰম আধাৰ, শাশ্বত ধৰ্ম্মৰ ৰক্ষাকৰ্ত্তা, সনাতন পুৰুষ। চন্দ্ৰ, সূৰ্য্য, নক্ষত্ৰাদি আপোনাৰ চক্ষু স্বৰূপ। আপুনি ত্ৰিভুৱনৰ আধাৰ। দেৱকুলে আপোনাৰ স্তৱগান কৰিছে। ৰুদ্ৰ, আদিত্য, গন্ধৰ্ব্ব, যক্ষ আৰু অসুৰগণে আপোনাৰ প্ৰতি বিস্মিত নয়নেৰে চাই আছে। দুৰ্য্যোধন প্ৰমুখ্যে ধৃতৰাষ্ট্ৰৰ শতপুত্ৰ, ভীষ্ম, দ্ৰোণ প্ৰভৃতি মহাৰথীসকলক আপোনাৰ শৰীৰত দেখা পাইছোঁ। নদীয়ে যেনেকৈ সমুদ্ৰ সঙ্গমৰ কাৰণে ক্ষিপ্ৰ গতিৰে প্ৰৱেশ কৰে, পতঙ্গই যেনেকৈ জ্বলি থকা জুইত আত্মবিসৰ্জ্জন দিয়ে সেইদৰে জগতৰ প্ৰাণীসমূহে আপোনাতে লয় পায়।”

মোৰ গীতা পাঠ কৰা ক্ৰমাৎ সহজ হৈ পৰিছিল। মোৰ আয়ে চকু মুঘুৰুৱাকৈ, কাণ নলৰোৱাকৈ মই পঢ়ি যোৱা কথা শুনি গৈছিল। যি উদ্দেশ্যেৰে পুথিখনি মহানগৰীৰ ৰাজপথৰ পৰা বুটলি আনিছিলো সেই উদ্দেশ্য সফল হোৱাত মই আনন্দ অনুভৱ কৰিছিলোঁ। পাঠ কৰাৰ অন্তত কিতাপখন আইৰ শোৱা গাৰুৰ তলত সুমুৱাই থৈছিলো। তেনেকৈ থ’লে আয়ে ভাল পাইছিল। গীতাৰ মৃত্যুঞ্জয়ী বাণীয়ে জীৱন মৰণৰ দুৱাৰ দলিত বহা পীড়িতজনৰ হিয়াত শান্তিৰ পানী ছটিয়াই মৃত্যুক

সম্বৰণ কৰিবলৈ সাহস দিয়ে। তিনিদিন পাৰহৈ যোৱাৰ পিছদিনা ৰাতিপুৱা গা ধুই উঠি আন দিনাৰ দৰে গীতাখন মেলি পাঠ কৰিছো। আজি আইৰ চকু আগতকৈ ক্ষীণ দেখা গ'ল। কাণৰ লতি দুখনি লেউ সেউ হৈ পৰিছে। মোৰ গীতা পাঠত যেন আগৰ দৰে আয়ে মনোযোগ দিব পৰা নাই। আইৰ কেইফাকিমান প্ৰিয় বচন মই সুৰ লগাই গাবলৈ ধৰিলো—

"ত্বমক্ষৰং পৰমং বেদিতব্যং
ত্বমস্য বিশ্বস্য পৰং নিধানম্।
ত্বম ব্যয়ঃ শাশ্বত ধৰ্ম্মগোপ্তা
সনাতনস্ত্বং পুৰুষো মতো মে ॥
ত্বমাদি দেৱঃ পুৰুষঃ পুৰাণঃ
ত্বমস্য বিশ্বস্য পৰং নিধানম্
বেত্তাঽসি বেদ্যংচ পৰংচ ধাম
ত্বয়া ততং বিশ্বমনন্তৰূপ ॥"

তিনিবাৰ বচন কেইফাকি গোৱাৰ পিছত আইৰ মুখলৈ চাই দেখিলো তেওঁৰ চকুযুৰি মুদ্ খাই আছে, হাত দুখনি শেঁতা আৰু শীতল আৰু বুকুৰ ওপৰত যোৰ কৰা আছে। নিশ্বাস প্ৰশ্বাস বন্ধ হৈ গৈছে। তেতিয়া বুজিবলৈ বাকী নাথাকিল মোৰ আয়ে চিৰকাললৈ বিদায় ল'লে। আইৰ ভৰি দুখনিত তেতিয়াও উম্ আছিল। আইৰ দুয়োখন ভৰিত মূৰটো গুজি দি শেষবাৰলৈ প্ৰণিপাত কৰিলো। আইৰ

হাতত অৰ্পণ কৰা পুথিখনি মৃত্যুশয্যাৰ গাৰুৰ তলতে সুমুৱাই থ'লো। এই বহুমূলীয়া দানটিও আইৰ পথৰ সম্বল হওক।

মৰণে প্ৰাণী মাত্ৰকেৰই বিভীষিকা আনি দিয়ে। এই বিভীষিকাৰ হেতু মোহৰ শিকলিডালে পাৰ্থিৱ সম্পদৰ লগত মনটো সাঙুৰি থয়। শিকলি চিঙি মনটো উন্মুক্ত কৰিলে মৃত্যুৰ আহ্বানলৈ ভীতি নাথাকে। তেতিয়া মৰণৰ আহ্বানক আদৰণিৰ ওলগ যেন লাগে। মহাপুৰুষসকলে এনেকৈ মৃত্যুৰ ভয় পৰাজয় কৰি দৃষ্টান্ত দেখুৱাই যায়।

মোৰ আইৰ নিষ্প্ৰাণ দেহটোলৈ লক্ষ্য কৰিলোঁ। যি দেহৰ পৰা এদিন মই জন্ম লাভ কৰিছিলো। যাৰ অমৃত পান কৰি মই শৰীৰ নিৰ্ম্মাণ কৰিছিলো, যাৰ কোলাত বহি মই স্বৰ্গ সুখ লাভ কৰিছিলো; যাৰ মধুৰ বাণীয়ে মোৰ কাণত মৌ বৰষাইছিল, যাৰ সুকোমল হাতেৰে মোক চিৰা পিঠা সান্দহ প্ৰভৃতি নানান জুতি লগোৱা আহাৰ খুৱাই দিছিল আৰু যাৰ পদুম ফুল যেন দুটি চৰণত বছৰেকৰ বিহুৰ দিনা মই মূৰ দোৱাঁইছিলো সেই আই আজি নিৰ্জীৱ হৈ পৰি আছে। আইৰ শৰীৰৰ সকলো অঙ্গ অটুট হৈ আছে। কিন্তু আজি অঙ্গ প্ৰত্যঙ্গ বিলাক অচল হৈ পৰিছে আৰু সিহঁতৰ ব্যৱহাৰিক জীৱনৰ ওৰ পৰিছে। জীৱন্ত আৰু মৃত অৱস্থাৰ দেহৰ কোনো পাৰ্থক্য নাই। জীৱন্ত অৱস্থাত যি এজন চালক থাকে মৰণে সেই চালকক অনাদি অনন্ত সনাতন পুৰুষৰ কাষলৈ আগুৱাই

দিয়ে। ৰথীবিহীন ৰথৰ দৰে। আত্মাহীন দেহ এতিয়া নিষ্কৰ্ম্মা হৈ পৰে।

সমাজৰ ৰীতি অনুযায়ী সৎকাৰৰ ব্যৱস্থা হ'ল। ইষ্ট কুটুম্ব প্ৰভৃতি নানান্ জনৰ সমাগম হ'ল। যথাসময়ত হৰিধ্বনি কৰি শঙ্খ, ঘণ্টা বাদ্য তুৰি মোৰ আইৰ লিহিৰী দেহটো পাটিখনে সৈতে চাঙীত তুলি চাৰিজন আপোন মানুহে কান্ধত ভাৰ্ বৈ শ্মশানলৈ লৈ গ'ল। আইৰ অবিহনে মনটো কেনেকৈ উদাস আৰু উৰুঙা লাগে তাক প্ৰথমে অনুভৱ কৰিলোঁ। চকুৰে মনিব পৰালৈকে আইক ভাৰ বৈ নিয়া চাঙীখন চাই আছিলোঁ। সেই চাঙীখনেই মোৰ জীৱনৰ বন্তিগছৰ শলিতা যেন হুমুৱাই পেলালে। তাৰ পিছত আইৰ দেহাটো চিতাত তুলি দপ্‌দপীয়া জুই লগোৱা দৃশ্য কল্পনাৰে অনুভৱ কৰিলোঁ। ধুনীয়া দেহাটি যেতিয়া হুতাশনে গ্ৰাস কৰে আৰু পৰিচাৰকে ইন্ধন যোগায় তেতিয়া মানুহৰ সুকোমল অনুভূতিবিলাক ক'ত লুকাই থাকে? শ্মশানৰ শ সৎকাৰ এটা চিৰন্তন ৰীতি। কোমল ভাবৰাশিয়েও এই ৰীতিৰ বিনাশ সাধিব পৰা নাই। কাব্য সাহিত্যৰ প্ৰভাৱ উচ্চতম মানদণ্ডত উপনীত হোৱা সত্বেও এই ৰীতি জগতৰ একাংশত প্ৰচলিত হৈ আছে। এই গতানুগতিক ৰীতিৰ ফলত আজি মোৰ আইৰ দেহাটোও চাওঁতে চাওঁতেই ভস্ম হৈ গ'ল।

* * *

শোকৰ বোজা বুকুত বান্ধি লৈ আইৰ শ্মশানৰ ফাললৈ মুখ কৰি আকাশলৈ চাই ৰ'লো। আকাশৰ ওপৰত ক'লা মেঘ

এচপৰা দেখিলোঁ। আইৰ চিতাৰ ভস্মই শুকুলা ডাৱৰ চপৰাক কৃষ্ণবৰ্ণ কৰিলে নে? মোৰ আইৰ দেহৰ পৰা অগ্নি-দাহত উদ্ভৱ হোৱা লক্ষ লক্ষ অণুপৰমাণুৰ আধাৰ মুকলি আকাশ নে? দেহৰ পৰা বিচ্ছিন্ন হোৱা সমুদায় অণু-পৰমাণুক সমষ্টিভূত কৰিলে আইৰ পূৰ্ব্বৰ ৰূপটো ৰচিত হ'ব নে? ইত্যাদি নানান চিন্তাত মন তোলপাৰ লাগি আছে। এনেতে দেখিলোঁ। সৎকাৰৰ যাত্ৰীসকল উলটি আহিছে। ককাইদেউ মোৰ ওচৰ চাপি আহিল। তেওঁ গাত এখন বগা চেলেং লৈ আছিল। তেওঁৰ চকু দুটা চল্‌চলীয়া হৈ আছে আৰু নাকৰ আগটো ৰাঙলী হৈছে। কাপোৰৰ তলৰ পৰা তেওঁ অকণমান পুথিখন উলিয়াই মোলৈ আগবঢ়াই দিলে। মই সুধিলোঁ "পুথিখন চিতাত নিদিলা কিয়?" ককাইদেৱে উত্তৰ দিলে "দিছিলো। আয়ে তোলৈ ওভোটাই পঠিয়ালে।"

আইৰ নিশ্বাসৰ অণুপৰমাণুৰে ৰঞ্জিত ক্ষুদ্ৰ পুথিখনি দুই হাতেৰে আকোঁৱালি লৈ বুকুত সুমুৱাই থ'লো।

# ফাঁচি কাঠে সাক্ষী দিলে

( আইন আদালতৰ কাহিনী )

আইনৰ দৃষ্টিত নৰবধ গভীৰতম অপৰাধ। যি অভিপ্রায়-যুক্ত কার্য্যৰ দ্বাৰা নৰহত্যা সাধন হয় তেনেজনৰ দোষ প্রমাণ হলে দণ্ডবিধিৰ চৰম শাস্তি অর্থাৎ মৃত্যুদণ্ড বিহা হয়। নৰবধ যদিও চৰম অপৰাধ তথাপি সকলো সভ্য দেশতে আইন সঙ্গত বিধানেৰে নৰবধ কৰা বা মৃত্যুদণ্ড দিয়া ৰীতি প্রচলিত আছে। সামৰিক আৰু বেসামৰিক উভয় ক্ষেত্রতে এনে আইন-সঙ্গত নৰবধৰ ব্যৱস্থা আছে। সামৰিক ক্ষেত্রত নৰবধৰ কোনো লিপিবদ্ধ বিধি নাই। গতিকে যুদ্ধত প্রবৃত্ত জাতি সমূহে নানান কৌশলেৰে নৰবধ সাধন কৰে। যুদ্ধৰ পিছত শান্তি স্থাপন হলে বিজেতাই তেতিয়া পৰাজিত শত্রুৰ নেতাসকলৰ নৰবধৰ অপৰাধত অভিযুক্ত কৰি চৰম শাস্তি প্রাণদণ্ড দিয়ে। এনেকৈয়ে নানান দেশত বীৰ সকলে হাঁহি মুখে মৃত্যু সম্বৰণ কৰে। সিদিনা মাথোন ফাঁচি কাঠত উঠা এইক্‌মেনৰ মৃত্যুয়ে ইয়াৰ দৃষ্টান্ত দিয়ে।

বেসামৰিক জীৱনত কেনে ক্ষেত্রত আইন সঙ্গত বিধিৰে নৰবধ হব পাৰে তাক নির্দ্দিষ্ট কৰি লিপিবদ্ধ কৰা আছে। ভাৰতীয় দণ্ডবিধি আইন সভ্য জগতৰ দণ্ডনীতিৰ এটি উচ্চ আদর্শ। এই আইনত প্রাণদণ্ডৰ বিধান আছে। প্রাণদণ্ডক শাস্তি হিচাবে সমর্থন কৰা নকৰা দুটি বেলেগ মত আছে। এটি মতে সমর্থন কৰে, আন এটিয়ে নকৰে। কিন্তু এইটো কথা

ঠিক যে বিৰুদ্ধ যুক্তি থাকোতেও ভাৰত নাইবা অন্যান্য সভ্য দেশত প্ৰাণদণ্ডৰ আইনতঃ বিধান আছে। ভাৰতীয় দণ্ডবিধি মতে এই কেইবিধ অপৰাধত প্ৰাণদণ্ডৰ বিধান আছে।

| | | |
|---|---|---|
| ১। | ভাৰত চৰকাৰৰ বিপক্ষে যুদ্ধ বা তাৰ প্ৰচেষ্টা বা তাৰ সহায়তা কৰা। | ১২১ ধাৰা |
| ২। | প্ৰকাশ্য বিদ্ৰোহৰ সহায়তা কৰা। | ১৩২ ধাৰা |
| ৩। | মিথ্যা সাক্ষ্যৰে নিৰ্দ্দোষী জনৰ প্ৰাণদণ্ড দিওঁৱা। | ১৯৪ ধাৰা |
| ৪। | নৰহত্যা। | ৩০২ ধাৰা |
| ৫। | জীৱন ভৰ কয়দীয়ে নৰহত্যাৰ প্ৰচেষ্টা কৰা। | ৩০৭ ধাৰা |
| ৬। | নৰহত্যা সম্বলিত ডকাইতি। | ৩৯৬ ধাৰা |

আমাৰ দেশৰ বন্দীশাল বিলাকত এনে আইন সঙ্গত বিধিৰে নৰবধ নহয় বুলি কব নোৱাৰি। আইন সম্মত নৰবধত অপৰাধ নঘটে। যি কৰ্ম্মচাৰী সকলে মৃত্যুদণ্ডেৰে অভিযুক্ত অপৰাধীক আইন অনুযায়ী প্ৰাণদণ্ড দিয়ে তেওঁলোকে কোনো প্ৰকাৰে দোষৰ ভাগ নেপায়।

* * * *

নছেৰ নৰহত্যাৰ অভিযোগত দোষী প্ৰমাণিত বন্দী। বন্দীশালৰ আচুতীয়া কোঠালি এটাত নছেৰে জীৱন মৰণৰ দোমোজাত শেষ পৰিণতিৰ কাৰণে প্ৰতীক্ষা কৰিছে। তেওঁৰ মুক্তিৰ কাৰণে শেষ প্ৰাৰ্থনাৰ হুকুম এতিয়ালৈকে নোপোৱাৰ

কাৰণে ক্ষীণ আশাৰ সূতাডালিত ওলমি তেওঁ এতিয়াও বিনন্দীয়া জগতলৈ উলটি যাবলৈ আশা কৰি আছিল। গতানুগতিক প্ৰথা হিচাবে বন্দীশালৰ কৰ্ত্তৃপক্ষই নছেৰৰ ফাঁচিৰ কাৰণে ফাঁচিশাল প্ৰস্তুত কৰি থৈছে। ফাঁচিশালৰ নাম শুনিলে পাঠক বা শুনোতাৰ গা জিকাৰ খাই উঠে। উঠিবৰে কথা। কিন্তু বন্দীশালত কৰ্ত্তব্য-ৰত কৰ্ম্মচাৰীয়ে ফাঁচিকাঠ যুগুত কৰোতে তেনে সুকোমল অনুভূতি অনুভৱ নকৰে। ইয়াৰ পৰা তেওঁ-বিলাকৰ প্ৰকৃতি নিষ্ঠুৰ বুলি অনুমান কৰা উচিত নহয়। ই তেওঁলোকৰ পক্ষে দৰাচলতে কৰ্ত্তব্যৰ এৰাব নোৱাৰা আহ্বান।

বন্দীশালৰ অধ্যক্ষই নছেৰক আগলৈ আনি মুক্তিৰ শেষ প্ৰাৰ্থনা নামঞ্জুৰ হৈছে বুলি আদেশ শুনালে। নছেৰৰ মুৰ ■াচন্দ্ৰাই কৰিলে আৰু তেওঁ থপৰাই মাটিত বহিল। সোঁহাত খন মুৰলৈ নি নছেৰ নিৰৱ হৈ ৰ'ল। বন্দীশালৰ অধ্যক্ষই নছেৰৰ কিবা শেষ অনুৰোধ আছে নেকি সুধিলে। নছেৰে 'হুজুৰ আছে' বুলি লাহেকৈ কলে। তেতিয়া নছেৰে কাগজ এটুকুৰা আৰু দোৱাত কলম খুজিলে। সেইমতে দিয়া হ'ল। যমৰ ৰাজ্যৰ দুৱাৰ-ডলিত ভৰি থৈ নছেৰে তুলাপাত খনত কিবা লিখিলে। লিখা হ'লত বন্দীশালৰ দাৰোগাজনে কাকতখন হাতলৈ তুলি লৈ অধ্যক্ষক দিলে। দুয়ো ততালিকে কাকত-খনিলৈ চকুফুৰাই ইজনে সিজনৰ চকুলৈ চালে। দুয়ো দুয়োৰে চকুৰ ভাষা বুজিলে।

   

প্ৰবীণ দেৱানী আইনজ্ঞ বৰুৱা ডাঙৰীয়াৰ মক্কেলখানা পুৱা গধূলি আইনৰ পৰামৰ্শ ভিক্ষাৰ্থী বাদী প্ৰতিবাদীৰে পৰিপূৰ্ণ হৈ থাকে। জটিল মাটিবাৰীৰ স্বত্ব-দখল সম্পৰ্কীয়, জমিদাৰ আৰু প্ৰজাৰ খাজনা বিবাদ, চুক্তিভঙ্গ প্ৰভৃতি বিষয়ৰ সংশ্লিষ্ট গোচৰীয়া বা পদকীয়াই সুনিপুণ বৰুৱা ডাঙৰীয়াৰ পৰামৰ্শ নললে বা তেওঁৰ ওকালৎনামা নিদিলে মকৰ্দ্দমাত জয়লাভ কৰা দুৰূহ। টকা কড়িৰ লেন্ দেন্ সম্পৰ্কীয় মামলাৰ বাদী বা প্ৰতিবাদী সচৰাচৰ বৰুৱা উকীলৰ ওচৰলৈ নাহে। তাৰ কাৰণ দুটা। প্ৰথমতঃ এই শ্ৰেণীৰ মকৰ্দ্দমা সহজ। আইনৰ জটিলতা ইয়াত সাধাৰণতে নেথাকে। দ্বিতীয়তঃ মফুলীয়া বা তলথাপৰ সম্মানিক লোৱা উকীলেও টকা-কড়িৰ মকৰ্দ্দমাত আৱশ্যকীয় বুদ্ধি ভৰসা যতনাই দিব পাৰে। বৰুৱা ডাঙৰীয়া মক্কেলৰ দ্বাৰা পৰিবেষ্টিত হৈ বহি থাকোতে হঠাৎ এজন ভাটি দিয়া বয়সৰ, পাগুৰীমৰা, আধা পকা দাড়িৰে নোমাল মুখৰ, তজ্বজীয়া চকুৰ অভ্যাগত মক্কেলখানালৈ সোমাই আহিল। অভ্যাগতৰ হাতত কেইখনমান কাকত। তেওঁ অধীৰ হৈ ভিতৰ সোমাওঁতে সকলোৰে মনত ধাৰণা হৈছিল যেন তেওঁ প্ৰকৃতিস্থ নহয়। আচহুৱা আৰু চিত্তাকৰ্ষক অভ্যাগতক দেখা পাই বৰুৱা ডাঙৰীয়াই আন মক্কেলক ক্ষন্তেক বহিবলৈ দি তেওঁৰ মুখলৈ চাই অহাৰ কাৰণ সুধিলে। অভ্যাগতে হাতৰ পৰা কাকত কেইখন আগবঢ়াই দি উদ্বিগ্ন-চিত্তে বৰুৱা ডাঙৰীয়ালৈ চালে। বৰুৱাই কাকত পৰীক্ষা কৰি

দেখিলে এখন চমন। তাৰ বাদী ৰতন সিং আৰু প্ৰতিবাদী ৺পাৰ্ব্বতী সিঙৰ বিত্তভোগী ৰাৰিছ্, মৃতকৰ পিতা কৈলাস সিং। স্থানীয় চৱ্জজৰ আদালতত মকৰ্দ্দমা ৰজু কৰিছে। তিনিদিনৰ পিচত মকৰ্দ্দমাৰ দিন পৰিছে। চমনৰ লগত আৰ্জ্জিৰ নকল পাঠ কৰি বৰুৱা ডাঙৰীয়াই মকৰ্দ্দমাৰ বিৱৰণী এইদৰে বুজিলে :

প্ৰায় দেৰ বছৰ আগত পাৰ্ব্বতী সিঙে বাদীৰ পৰা হেণ্ড্‌নোট্ যোগেদি তিনি হেজাৰ টকা কৰ্জ্জা লৈছিল। সধা মাত্ৰকতে দিবলৈ আৰু শতকৰা বাৰ্ষিক ১২৷৷০কৈ সুদ দিবলৈ অঙ্গীকাৰ কৰি দুজন সাক্ষীৰ আগত পাৰ্ব্বতী সিঙে টিকটযুক্ত হেণ্ড্‌নোট্ স্বাক্ষৰ কৰি দিছিল। বাৰম্বাৰ সধা স্বত্বেও তালবাহনা কৰি টকা পৰিশোধ নকৰিলে। ইতিমধ্যে অবিবাহিত অৱস্থাত পিতাকক একমাত্ৰ ৰাৰিছ্ থৈ পাৰ্ব্বতী সিং মৃত হৈছে। গতিকে বাদীয়ে মৃত দেনদাৰৰ সম্পত্তিৰ পৰা উদ্ধাৰকল্পে বিত্তভোগী ৰাৰিছক প্ৰতিবাদী কৰি মাহ সুদ খৰছা মুলধনৰ ডিক্ৰীৰ প্ৰাৰ্থনা কৰি আৰ্জ্জি দখল কৰিছে।

বৰুৱা ডাঙৰীয়াই অভ্যাগতক সুধিলে "তেন্তে আপুনিয়ে কৈলাস সিং নহয় নে ?"

অভ্যাগতে উত্তৰ দিলে "হয়"।

বৰুৱাৰ মনত নানান্ ভাব খেলালে। এই অল্পভাষী বিক্ষুব্ধচিত্ত মক্কেল তেওঁৰ ওচৰলৈ অহাৰ কোনো কাৰণ বিচাৰি নেপালে। হেণ্ড্‌নোটৰ ওপৰত প্ৰতিষ্ঠিত সাধাৰণ

মকৰ্দ্দমা। এনে মকৰ্দ্দমাৰ বিচাৰ্য্য-বিষয় সংক্ষিপ্ত আৰু তাত প্ৰমাণ বা তৰ্কৰো কোনো চাতুৰ্য্য নেথাকে। এনে সৰু বিষয় লৈ সচৰাচৰ মক্কেল তেওঁৰ কাষলৈ নাহে। এনে অৱস্থাত কৈলাস সিঙৰ আগমনে তেওঁৰ মনত কৌতূহল ওপজালে। কৈলাস সিঙৰ মুখৰ পৰা ভৰিলৈকে চাই বৰুৱা উকীলে এই মকৰ্দ্দমাত কিবা ৰহস্য থকা যেন ভাবিলে। তেওঁ সুধিলে "আপোনাৰ মৃত পুত্ৰই টকা কৰ্জ্জা লৈ হেণ্ডনোট লিখি দিছিলনে?"

অভ্যাগতে উত্তৰ দিলে "কি! উকীল চাহাব, মোৰ একমাত্ৰ সন্তান পাৰ্ব্বতী সিং। সি পূৰ্ণ যৌৱন পাইছিল। আজি আঢ়ৈ মাহ হ'ল কোনো দুৰ্ব্বৃত্তই তাক হত্যা কৰিলে। পুলিচে সন্ধেদ উলিয়াব পৰা নাই। মোৰ লৰাই ৰতনৰ পৰা কোনো টকা লোৱা নাই। মোৰ লৰাৰ ধনৰ অভাৱ নাছিল। হঠাৎ তাঁৰ পাই মই লৰা থকা ঘৰলৈ গৈ দেখিলো কোনোবা দুৰ্ব্বৃত্তই তাক হত্যা কৰিলে। পুলিচক খবৰ দিলো। পুলিচ আহিল। তদন্ত কৰিলে কিন্তু কোনো ধৰা নপৰিল। মই শুনিবলৈ পালোঁ ৰতন সিঙে ঘাতকৰ সহায়ত মোৰ পুত্ৰক হত্যা কৰিলে। পুলিচক মই সন্দেহৰ বাতৰি জনালোঁ। কিন্তু নিষ্ফল হ'লো। ধনী কৈলাস সিঙক কোনোপধ্যে পুলিচে আচামী নকৰিলে। ডাঙৰীয়া, আপুনি গমি চাওঁক এই মকৰ্দ্দমাৰ তাৎপৰ্য্য কি। কৈলাস সিঙে জাল কৰি মকৰ্দ্দমা কৰিছে। সি ভাবিছে এই মকৰ্দ্দমাৰ ফলত সি সন্দেহৰ পৰা

মুক্ত হব। হায়! যদি নৰাধমে মোক হত্যা কৰি মোৰ লৰাক প্ৰাণদান দিলেহেঁতেন!"

উকীল ডাঙৰীয়াই মনস্তত্ত্ব বুজে। নানান্ ধৰণৰ মানুহৰ ক্ৰিয়া পৰিদৰ্শন কৰি তেখেত প্ৰৌঢ়ত্ব প্ৰাপ্ত হৈছে। গতিকে তেখেতে ক'লে "সিং ডাঙৰীয়া, আপোনাৰ মকৰ্দ্দমা পৰিচালনাৰ ভাৰ ললো। মই জৱাব প্ৰস্তুত কৰি থম। নিৰ্দ্দিষ্ট দিনত আপুনি আদালতত উপস্থিত হ'ব।"

কৈলাস সিঙে যথাবিহিত বায়না দি বিদায় ললে।

* * * *

নিৰ্দ্দিষ্ট দিনত চব্‌জজৰ আদালতত মকৰ্দ্দমা উঠিল। প্ৰতিবাদীৰ সুদক্ষ উকীল জজৰ বাওঁফালে থিয় হ'ল। জজৰ সোঁফালে বাদী ৰতন সিং আৰু বাদীৰ সম্মুখত খ্যাতনামা উকীল লাহিড়ী ডাঙৰীয়া থিয় হ'ল। জজে বিত্‌চকু লগাই বাদীৰ আৰ্জ্জি আৰু বিবাদীৰ বৰ্ণনা পঢ়ি চালে আৰু নিমিষতে সাৰাংশ আয়ত্ত কৰি উভয় পক্ষৰ উকীললৈ চাই ইচ্ছু অৰ্থাৎ বিচাৰ্য্য-বিষয় নিৰ্দ্ধাৰণ কৰি এনেকৈ লিখিলে।

"মৃত পাৰ্ব্বতী সিঙে বাদীৰ পৰা আৰ্জ্জিত বৰ্ণিত মতে কৰ্জ্জ লৈছিলনে?"

জজে বৰুৱা ডাঙৰীয়াক সুধিলে "আপুনি আৰু কোনো বিষয় প্ৰতিবাদ কৰে নে?"

বৰুৱা ডাঙৰীয়াই কলে "সম্মানিত বিচাৰপতি! মোৰ মক্কেলে আন কোনো বিষয়ত প্ৰতিবাদ নজনায়।"

সুদক্ষ জজে মনে মনে বুজিলে মকৰ্দ্দমাৰ বিচাৰ্য্য-বিষয় লঘু যেন দেখিলেও ভিতৰত কিবা গুৰুত্ব আছে, নহলে বাদী আৰু প্ৰতিবাদীয়ে যথাক্ৰমে লাহিড়ী আৰু বৰুৱাৰ নিচিনা শীৰ্ষস্থানীয় উকীলক নিশ্চয় নিযুক্ত নকৰিলেহেঁতেন।

ইয়াৰ পিছত জজে মকৰ্দ্দমাৰ তদ্‌বিৰৰ কাৰণে এসপ্তাহৰ সময় দি শুনানিৰ কাৰণে নিৰ্দ্দিষ্ট দিন ধাৰ্য্য কৰি নথিত হুকুম চহী কৰিলে। কোৱা বাহুল্য এই সাত দিনৰ ভিতৰত বাদী প্ৰতিবাদীয়ে চমন কৰিব লগীয়া সাক্ষীৰ নাম-ধাম দাখিল কৰিব লাগিব।

বৰুৱা ডাঙৰীয়াই নথিত থকা হেণ্ডনোট খন পৰীক্ষা কৰি চালে। হেণ্ডনোটৰ ভাষা নিখুত। তাত যথাৰীতি টিকট লগোৱা আছে। দুজন সাক্ষীও আছে। এই হেণ্ডনোট জাল বুলি তেন্তে প্ৰমাণ কৰা যায় কেনেকৈ? হেণ্ডনোটত পাৰ্ব্বতী সিঙৰ চহী সত্য নহয় বুলি কোৱা যাব পাৰে কিন্তু সাক্ষী দুজনৰ শপতযুক্ত জৱানবন্দি শুনিলে আদালতে অবিশ্বাস কৰিব কেনেকৈ? তেওঁ মুঠতে বিমোৰত পৰিল। কৈলাস সিঙক উকীলে সুধিলে হেণ্ডনোটত দুজন সাক্ষীৰ চহী আছে। এজনৰ নাম বদৰি প্ৰসাদ। আনজনৰ নাম নছেৰউদ্দিন্। আপুনি সিহঁতক চিনি পাইনে?”

কৈলাস সিঙে কলে “দুয়োকো চিনি পাওঁ উকীল চাহাব। বদৰিপ্ৰসাদে সিদিনা মাথোন তীৰ্থ কৰি আহিছে। নছেৰউদ্দিন

ইহ জগতত নাই। এমাহ হ'ল নৰহত্যা অপৰাধত তাৰ স্থানীয় জেলত ফাঁচি হৈছে।"

বৰুৱা ডাঙৰীয়াই বুজিলে দ্বিতীয় সাক্ষীৰ অবিহনে বাদীৰ প্ৰমাণৰ ভাৰ আৰু সহজ হ'ল কিয়নো প্ৰথম সাক্ষীৰ জৱান-বন্দিয়েই মকৰ্দ্দমা প্ৰমাণ কৰিব। বৰুৱাৰ বুদ্ধি দ' আৰু দৃষ্টি তীক্ষ্ণ। তেওঁ ইমানতে নিৰাশ নহৈ মক্কেলক কলে "আপুনি জেলৰ দাৰোগাৰ ওচৰলৈ গৈ এটা কথা জানি আহক। মৰিবৰ সময়ত নছেৰউদ্দিনে কিবা চিঠিপত্ৰ লিখি থৈ গৈছে নে?"

কৈলাসসিঙে জেলৰ দাৰোগাৰ সম্মুখত উপস্থিত হৈ আথে বেথে যথাভিপ্ৰেত বাৰ্ত্তা সুধিলে। দাৰোগাই অভ্যাগতৰ অন্তৰৰ ব্যথা অনুভৱ নকৰিলে। হয়তো অনুভৱ কৰিবলৈ তেওঁৰ অৱসৰ বা সামৰ্থ্যও নাছিল। তেওঁ দলি মাৰি পঠিওৱাদি কলে "কোন প্ৰাণদণ্ডৰ আচামীয়ে কি চিঠি লিখে তাৰ ভু মই নেৰাখো। জানিলেও কব নোৱাৰো।" কৈলাসসিঙে পিছৰ কথাষাৰি শুনি ক্ষন্তেক তবক্ মাৰি ৰ'ল আৰু তাৰ পিচত কলে "দাৰোগা চাহাব, চিঠিত কি আছে মোক জনাব নেলাগে। তেওঁ কেৱল কিবা লিখিছিল নে তাকেহে সুধিছোঁ।" দাৰোগাই অভ্যাগতক আঁতৰাবৰ মনেৰে কলে "লিখিছিল। পিছে কি হ'ল?" কৈলাসসিং তাৰ পৰা আঁতৰিল। তেওঁ উকীলক এই বাৰ্ত্তা দিলে। বৰুৱা উকীলে তদ্বিৰৰ নিৰ্দ্দিষ্ট দিনত নিম্নোক্ত সাক্ষীক প্ৰতিবাদীৰ তৰফে চমন্ কৰিবলৈ কাকত দাখিল কৰিলে—

" .....জেলৰ অধ্যক্ষ। এমাহৰ আগত প্ৰাণদণ্ডিত আচামী নছেৰউদ্দিনৰ উইলপত্ৰ সহ।"

* * * *

যথা নিৰ্দ্দিষ্ট শুনানিৰ দিনা জজৰ আদালতত মকৰ্দ্দমা ফোকাৰিলে। "ৰতনসিং হাজিৰ। কৈলাস সিং হাজিৰ।"

ছফুট দেহাৰ, তীক্ষ্ণ-বুদ্ধি যুক্ত লাহিড়ী ডাঙৰীয়াক লগত লৈ বাদী সগৰ্ব্বে আদালতত সোমাল। জয়লাভত বাদী আৰু উকীল উভয়েই দৃঢ়-মনস্থ। ' লাহিড়ী ডাঙৰীয়াই হাজাৰ বিজাৰ জটিল মকৰ্দ্দমা পৰিচালনা কৰি আহিছে। এনে ধৰণৰ বিবাদ তেওঁৰ কাৰণে নিতান্ত তুচ্ছ। ৰতনসিঙৰ তিৰবিৰাই থকা চকুৰ অন্তৰালত শঠতাৰ চিত্ৰ লুকাই আছে। কিন্তু আইন আদালতত নৈতিক বিচাৰ নহয়। ইয়াত আইন-সঙ্গত যুক্তিৰ বিচাৰ হে হয়।

উভয় পক্ষই সাক্ষীৰ হাজিৰা দাখিল কৰিলে। বাদীপক্ষই নিজক উপস্থিত দেখুৱালে আৰু লগতে বদৰি প্ৰসাদৰ ওপৰত চমন জাৰি নোহোৱাত একমাত্ৰ সাক্ষী অনুপস্থিত হেতু মুলতবিৰ দৰ্খাস্ত দিলে। বিবাদী পক্ষই জেলৰ অধ্যক্ষক উপস্থিত বুলি সাক্ষীৰ হাজিৰা দিলে।

জজে মুলতবি দৰ্খাস্ত শুনিলে। লাহিড়ী ডাঙৰীয়াই কলে "মোৰ দুজন সাক্ষীক চমন কৰা হৈছিল। প্ৰথম সাক্ষীৰ ওপৰত চমন জাৰি হোৱা নাই। তেওঁ অনুপস্থিত। দ্বিতীয় সাক্ষীৰ

প্ৰতি দিয়া চমন দৃষ্টে বুজা যায় এই সাক্ষী মৃত। সুতৰাং মকৰ্দ্দমা মুল্তবি থকা বিধেয়।"

বৰুৱা ডাঙৰীয়াই কলে "মকৰ্দ্দমা মুলতবি থকাত মোৰ আপত্তি নাই। কিন্তু মোৰ কেৱল প্ৰাৰ্থনা জেলৰ অধ্যক্ষ মোৰ একমাত্ৰ সাক্ষী। তেওঁক সহজে পোৱা টান। আজি তেওঁ উপস্থিত। গতিকে তেওঁৰ জৱানবন্দি গ্ৰহণান্তে মকৰ্দ্দমা মুলতবি কৰা হওক।"

বাদীৰ সাক্ষী গ্ৰহণ নকৰাকৈ প্ৰতিবাদীৰ সাক্ষ্য লোৱাটো সাধাৰণ ৰীতি নহয়। কিন্তু বৰ্ত্তমান ক্ষেত্ৰত বিশেষ পৰিস্থিতি দৃষ্টে জজ্ সৈমান হ'ল। ততালিকে জেলৰ অধ্যক্ষক সাক্ষীৰ গৰালত সুমোৱা হ'ল। হলফান্তে সাক্ষীক এইদৰে পৰীক্ষা কৰা হ'ল:

প্ৰশ্ন—নছেৰউদ্দিনক আপোনাৰ জেলত ফাঁচি দিয়া হৈছিল নে?

উত্তৰ—হয়।

প্ৰঃ—কোন তাৰিখে ফাঁচি হৈছিল আপোনাৰ বহী চাই কওক।

উঃ—যোৱা মাৰ্চ্চৰ ১৭ তাৰিখে।

প্ৰঃ—নছেৰউদ্দিনে মৃত্যুৰ আগে আগে কিবা পত্ৰ লিখি থৈ গৈছিল নে?

উঃ—হয়, এখন উইল পত্ৰ।

প্ৰঃ—আপুনি সেই উইল পত্ৰ লগত আনিছেনে?

উঃ—হয়, আনিছো।

প্রঃ—আপুনি উইলখন আদালতৰ আগত দাখিল কৰি
পঢ়ি শুনাওঁক।

সাক্ষীজনে উইলখন উলিয়াই পঢ়িবলৈ ধৰিলে।

"আল্লাহু আকবৰ

······জেল

ইং ১৬ মাৰ্চ্চ···চন

খোদাতাল্লাৰ গোলাম নছেৰউদ্দিনে এই উইল লিখিলে।

"বদিয়ৎউল্লাৰ লগত দাঙ্গা হাঙ্গামা হোৱাত আৰু তাৰ ফলত বদিয়তৰ পুতেক ছেৰাফতৰ মৃত্যু হোৱাত এই গোলামক আচামী কৰে। বিচাৰত গোলামক দোষী পাই ফাঁচিৰ হুকুম শুনায়। কিন্তু ফাঁচি কাঠত উঠাৰ আগতে খোদাতাল্লাক সাক্ষী কৰি কওঁ যে এই গোলাম নিৰ্দ্দোষী। ছেৰাফতৰ ঘটনাত মই ভাগ লোৱা নাছিলোঁ। কেৱল আখেজত আৰু থানাৰ দাৰোগাৰ অধৰ্ম্মত মিছা সাক্ষীৰে মোক দোষী পাতিলে। তাৰ ফলত অলপ পিছতে মই পৃথিবী ত্যাগ কৰিম। খোদাতাল্লাই মোক মাফ্ কৰিব।

"কিন্তু মোৰ আন এটা মহাপাপৰ কাৰণে এই শাস্তি মোৰ কাৰণে উচিত হৈছে। প্ৰণয়িনীৰ ব্যাপাৰত ধনী ৰতনসিংহে মোক আৰু কলিমুদ্দিনক ধন খুৱাই কৈলাসসিঙৰ একমাত্ৰ লৰা পাৰ্ব্বতীসিঙক হত্যা কৰাইছিল। তাৰ পিচত জাল হেণ্ডনোটত মোক সাক্ষী পাতিছিল। ছিঃ কি নীচ কাম! কি গুনাহ্! হে খোদাতাল্লা মোক মাফ কৰা!"

সাক্ষীৰ জৱানবন্দি অন্ত পৰিল। আদালত যেন কাঁহ পৰি জীন গ'ল। বাদী ৰতনসিঙৰ মুৰত যেন আকাশী স্বৰগ্ ভাগি পৰিল। তেওঁৰ গা ঘামিবলৈ ধৰিলে, ওঁঠ শুকাই গ'ল, গাৰ বৰণ কেঁহেৰাজ বটা যেন হ'ল। নছেৰৰ উইলখন যেন তেওঁৰ মৃত্যুৰ পৰোৱানা হ'ল। আদালতত উপস্থিত সকলোৱে সেই অভিযুক্ত জনলৈ একেথৰে চাই থাকিল। মৃত্যুদণ্ডৰ প্ৰতীক্ষাত থকা আচামীৰ দৰে থৰক্ বৰক্ কৈ ৰতনসিং থিয় হৈ ৰ'ল।

সাক্ষীৰ জৱানবন্দি শেষ হ'লত জজে মকৰ্দ্দমা মুলতবি ৰাখি বাদীপক্ষৰ সাক্ষ্যদানৰ কাৰণে দিন দিলে আৰু বাদীৰ সাক্ষী বদৰি প্ৰসাদক পুনৰ চমন কৰিবলৈ হুকুম দিলে।

* * * *

এমাহৰ পিছত নিৰ্দ্দিষ্ট তাৰিখত জজৰ আদালতত আকৌ ফোকাৰিলে। "ৰতনসিং হাজিৰ। কৈলাসসিং হাজিৰ।"

ৰতনসিং আজি অনুপস্থিত। তেওঁৰ উকীলো নাই। মক্কেলৰ বিনা নিৰ্দ্দেষত উকীল উপস্থিত হোৱা বিধেয় নহয়। কৈলাসসিং আৰু তেওঁৰ উকীল বৰুৱা ডাঙৰীয়া উপস্থিত। তিনিবাৰ ফোকৰাৰ পিছত হাজিৰ নোহোৱাত জজে নথিত ৰায় দিলে:

"বাদী অনুপস্থিত। তেওঁৰ তদ্বিৰো নাই। বিবাদী উপস্থিত।

গড় হাজিৰাত মকৰ্দ্দমা বিবাদীৰ মায় খৰছ ডিছ্মিছ হ'ল।

নছেৰউদ্দিনে লিখা পত্ৰখনি যথাবিহিত কাৰ্য্যকৰণৰ অৰ্থে জিলাৰ উপায়ুক্তলৈ প্ৰেৰণ কৰা হওঁক।"

ৰায়ৰ অন্তত কৈলাসসিঙে ওপৰলৈ দুয়োটি ক্ষীণ বাহু তুলি কলে "হে প্ৰভো! তোমাৰ অপাৰ কৰুণা।"

# শকুন্তলা, তুমি যোৱাগৈ

মহাকবি কালিদাসৰ লেখনীৰে লিপিবদ্ধ কৰা দুষ্মন্ত-শকুন্তলাৰ প্ৰেমৰ কাহিনী সাহিত্য জগতলৈ অমৰ দান। কালিদাস প্ৰেমৰ ভক্ত। কাম-গন্ধযুক্ত প্ৰেমক কালিদাসে অৱজ্ঞা নকৰে। প্ৰেমিক-প্ৰেমিকাৰ দৈহিক মিলনক কবিয়ে নৈতিক অধঃপতন বুলি জ্ঞান নকৰে। কবিৰ দৃষ্টিত দেহৰ মিলনত প্ৰেমিক-প্ৰেমিকাই পাপ অৰ্জ্জন নকৰে। কিন্তু দৈহিক মিলনেই প্ৰেম নহয়। প্ৰেম আত্মাৰ মিলন। প্ৰেমিক-প্ৰেমিকাই দুখ যন্ত্ৰনাৰ ভিতৰেদিহে প্ৰকৃত প্ৰেমৰ অধিকাৰী হয়।*

কবিয়ে প্ৰেমৰসত নিমগ্ন হৈ শকুন্তলা নাটক ৰচনা কৰিছিল। শকুন্তলা অনিন্দ্য সুন্দৰী। এহাতে সৌন্দৰ্য্য আনহাতে যৌৱন দুয়ো ৰতিদেৱীৰ শ্ৰেষ্ঠতম ৰূপত ৰূপায়িত কৰিছে। কবিয়ে অন্তৰৰ প্ৰেমৰ উচ্ছ্বাস সঁপি দি শকুন্তলাৰ ৰূপ ৰচনা কৰিছে। মহাকবি বাল্মীকিয়েও এদিন অন্তৰৰ সঞ্চিত প্ৰেমৰ মৌ কোঁহক ৰূপদান কৰি সীতাৰ সৃজন কৰিছিল। ৰূপহী মেনকাৰ গৰ্ভত আৰু ক্ষমা আৰু তপৰ প্ৰতিমূৰ্ত্তি স্বৰূপ বিশ্বামিত্ৰৰ দৈহিক মিলনত শকুন্তলাৰ জন্ম হৈছিল। শকুন্তলা মাকৰ ৰূপ আৰু চপলতাৰ অধিকাৰী হৈছিল আৰু পিতাকৰ ধৈৰ্য্য আৰু ক্ষমাৰে

---

* Kalidasa does not judge the union of lovers as a moral lapse. They are not sinners but they have to grow through suffering
—Radhakrishnan.

বিভূষিত হৈছিল। পাশ্চাত্য কবি গ্যেটেই শকুন্তলাৰ ৰূপহ মূৰ্ত্তিক এনেকৈ সম্বৰ্দ্ধনা জনাইছে :—

"শকুন্তলাৰ দেহত এনে অৱদান আছে যাৰ দ্বাৰা ই প্ৰাণক মুগ্ধ কৰে, আনন্দত মতলীয়া কৰে আৰু ভোগেৰে পৰিতৃপ্ত কৰে। স্বৰ্গ আৰু মৰ্ত্ত্য উভয়ৰে সম্মিলন হৈছে শকুন্তলাত।"

নাটকৰ প্ৰথম অঙ্কত যৌৱনৰ উন্মত্ততা চিত্ৰিত হৈছে। আশ্ৰম-বালিকা শকুন্তলাই কামপীড়াৰ প্ৰথম যন্ত্ৰণাতে অৱশ হৈ ইন্দ্ৰিয় পৰিতৃপ্তিৰে নতুন জীৱনৰ অৱতাৰণা কৰিলে। প্ৰকৃতিৰ পৰিবেশত ডাঙৰ দীঘল হোৱা আজলী বালিকাই প্ৰকৃতিৰ পোন পটিয়া পথ অনুসৰণ কৰিলে। কণ্বই যেতিয়া শকুন্তলাৰ প্ৰাণত প্ৰেমৰ ঢৌৰ খলকনি বুজিব পাৰিলে আৰু দুষ্মন্তৰ লগত দৈহিক মিলনত সংযুক্ত হোৱা বুলি সন্দেহ কৰিলে তেতিয়া তেওঁ ভাবিলে "ৰাজৰ্ষি সকলৰ কন্যাই গন্ধৰ্ব্ব বিবাহ কৰা বহুত দৃষ্টান্ত আছে আৰু পিতৃয়ে তেনে বিবাহত সন্মতি দান কৰি আহিছে।" গতিকে কণ্বও এই বিবাহত সন্মত হ'ল। দুষ্মন্ত শকুন্তলাৰ গান্ধৰ্ব্ব বিবাহক ঋষিয়ে আন্তৰিকতাৰে স্বীকৃতি জনালে।

গান্ধৰ্ব্ব বিবাহে দুষ্মন্ত শকুন্তলাৰ এছোৱা জীৱন কণ্টকপূৰ্ণ কৰিলে। বিবাহৰ আশু পৰৱৰ্ত্তী মধুৰতা শকুন্তলাৰ ভাগ্যত নঘটিল। ৰজা দুষ্মন্তই ৰাজধানীলৈ উভতি গৈ এহাতে ৰাজকাৰ্য্য আনহাতে অন্তেষপুৰৰ ৰাণী সকলৰ প্ৰেমৰ অৰ্ঘ্য লভি

সৰল বালিকা শকুন্তলাক স্মৃতি-পটৰ পৰা আঁতৰাই থ'লে। কণ্বৰ আশ্ৰমত এদিন শকুন্তলাৰ ৰূপ ৰসত উন্মত্ত, উত্তেজিত আৰু সংযমহীন হৈ ৰজাই ইন্দ্ৰিয়ৰ পৰিতৃপ্তি সাধন কৰিছিল। দুষ্মন্ত এহাতে পুৰুষ আনহাতে ৰজা। গতিকে নাৰীৰ ওপৰত তেওঁৰ প্ৰভুত্ব অব্যাহত। তেওঁৰ অভিৰুচি অনুযায়ী ক্ৰিয়া। ৰাজপদস্থিত হৈ পুৰুষত্বৰ চিন স্বৰূপে তেওঁ অৰণ্যবাসিনী বালিকাক কোলাত লৈ এদিন যি প্ৰেম নিবেদন কৰিলে বালিকাৰ কাৰণে সেয়েই শ্ৰেষ্ঠ পুৰস্কাৰ। তাতকৈ হয়তো সুন্দৰী বালিকাৰ কাৰণে ৰজা দুষ্মন্তৰ ওচৰত আন দাবি নেখাটে। ৰজাই এদিন শকুন্তলাক পাই তেওঁৰ লগত ৰতি-ক্ৰিয়া কৰি আনন্দ লভিলে। শকুন্তলাৰ লগত ৰজাৰ সম্পৰ্ক সিমানতে অন্ত। ৰজাই ৰাজধানীলৈ আহি যুৱতী ৰাণী-সকলৰ প্ৰেম নিবেদন লাভ কৰি শকুন্তলাক স্মৃতি পটৰ পৰা মচি পেলালে।

কণ্ব শকুন্তলাৰ জনক নহলেও পিতৃ! কণ্বৰ তত্ত্বাৱধানতেই শকুন্তলাই গাভৰু হৈ জীৱনৰ কাম-মাদকতাৰ আস্বাদন পালে। ইফালে শকুন্তলা অন্তঃস্বত্বা হ'ল। পিতৃৰ এনেস্থলত যি দায়িত্ব কণ্বই তাক পালন নকৰি থাকে কেনেকৈ? এদিন শুভক্ষণ চাই শকুন্তলাক পতি গৃহলৈ পঠিয়াবলৈ স্থিৰ কৰিলে।

শকুন্তলাৰ যোৱা দিনটো উপস্থিত হ'ল। কণ্বই শকুন্তলাক বুকুত লৈ কলে "আই, যাৰ দৃষ্টি ধোঁৱাই অন্ধলা কৰিছে তেনে যজমানৰ আহুতিও অগ্নিৰ মুখত পৰে। সুশিষ্যক দান দিয়া

বিদ্যাৰ নিচিনাকৈ তই মোৰ সন্তোষৰ বিষয় হৈছ। আজি ঋষি সকলক লগত দি তোক স্বামীৰ ওচৰলৈ পঠিয়াম।” শকুন্তলাই প্ৰত্যুষতে স্নান কৰিলে। তেওঁৰ সখী অনসূয়া, প্ৰিয়ম্বদাই তীৰ্থস্থানৰ মৃত্তিকা আৰু দূবৰি বনৰ আগেৰে মাঙ্গলিক অনুলেপন প্ৰস্তুত কৰিলে। শাৰ্দ্দৰৱ, শাৰদ্বত মিশ্ৰ ঋষি শকুন্তলাৰ পথৰ লগৰীয়া হ'ল। তপোবনৰ তপস্বীসকলৰ ওচৰলৈ গৈ শকুন্তলাই হাতত ধানৰ পাত্ৰ লৈ আশীৰ্ব্বাদ প্ৰাৰ্থনা কৰিলে। তপস্বীসকলে আশীৰ্ব্বাদ দিলে “আই তই বীৰ-প্ৰসৱিনী হ।”

শকুন্তলাই সখী সকললৈ চাই কলে “তোমালোকে মোক সদায় সাজপাৰ পিন্ধাই দিছিলা। আজি তোমালোকৰ হাতৰ ফোট-ৰেঘা মোৰ কাৰণে অতিশয় আদৰৰ। কিয়নো আজিৰ পৰা তোমালোকৰ হাতৰ ফোট-ৰেঘা লোৱা মোৰ পক্ষে দুৰ্লভ হ'ব।” এইদৰে কৈ শকুন্তলাই চকুপানী টুকিলে।

অনসূয়া, প্ৰিয়ম্বদাই শকুন্তলাক প্ৰবোধ দি কলে “সখি! মঙ্গল ক্ষণত কন্দাকটা কৰা অনুচিত।” এইদৰে কৈ চকুলো মচি শকুন্তলাক কাপোৰ পিন্ধাবলৈ ধৰিলে। বনৰ ফুলেৰে শকুন্তলাৰ দেহা সজাই প্ৰিয়ম্বদাই কলে “সখি! বহুমূলীয়া অলঙ্কাৰেহে তোমাৰ দেহত শোভে। তপোবনত অনায়াসে লাভ কৰা ফুলৰ অলঙ্কাৰ তোমাৰ দেহত নিন্দা স্বৰূপ হৈছে মাথোন।”

তাৰ পিছত এজন ঋষি কুমাৰে হাতত নানা ধৰণৰ অলঙ্কাৰ

লৈ উপস্থিত হ'ল। অলঙ্কাৰখিনি তেওঁ আগবঢ়াই দিলে। সখী সকলে বিস্ময় মানিলে। ঋষি কুমাৰে অলঙ্কাৰ কেনেকৈ পালে ভাঙি কলে "পূজনীয় কণ্বই আমাক আদেশ দিলে গছৰ পৰা ফুল তুলি আনা।' তাৰ পিছত আমি ফুল তুলিবলৈ গ'লো। তাত গৈ দেখিলো কোনো জোপা গছৰ পৰা চন্দ্ৰৰ নিচিনা শুভ্ৰ মাঙ্গলিক পাতৰ কাপোৰ সৰি পৰিল। কোনো জোপা গছৰ পৰা আলতা নিজৰি পৰিল আৰু কোনো জোপা গছৰ পৰা নানাবিধৰ অলঙ্কাৰ আমাৰ হাতত খহি পৰিল।"

সখীসকলে শকুন্তলাক কেনেকৈ অলঙ্কাৰ পিন্ধাব চিন্তা কৰিলে। চিত্ৰৰ সহায়ত শকুন্তলাৰ কোমল অঙ্গ বিলাকত অলঙ্কাৰ সুসজ্জিত কৰিলে। ইতিমধ্যে মালিনী নদীত স্নান-আহ্নিক সমাপ্ত কৰি কণ্ব আশ্ৰমলৈ উলটি আহিল। আশ্ৰমৰ কুটিৰ আজি ঋষিৰ কাৰণে শূন্য যেন লাগিছে। বিচ্ছেদৰ ব্যথাই বনবাসী ঋষিৰ প্ৰাণ ক্ষত বিক্ষত কৰিছে। ঋষিয়ে মনে মনে কবলৈ ধৰিলে "আজি শকুন্তলা যাবগৈ। এই কাৰণে উৎকণ্ঠাই মোৰ হৃদয় বিদ্ধ কৰিছে। মোৰ কণ্ঠস্বৰ অৱৰুদ্ধ, অশ্ৰু জলে অস্পষ্ট কৰি পেলাইছে। চিন্তাত মোৰ দৃষ্টি শক্তিও লোপ পাইছে। মই বনবাসী। স্নেহ বশতঃ মোৰেই এনেকুৱা যন্ত্ৰণা ভোগ হৈছে। গতিকে গৃহীজনে নিজৰ কন্যাক সমৰ্পণ কৰি বিচ্ছেদ দুখত পীড়িত নহব কিয়?"

যাস্যত্যদ্য শকুন্তলেতি হৃদয়ং সংস্পৃষ্টমুৎকণ্ঠয়া।
কণ্ঠঃ স্তম্ভিত বাষ্পবৃত্তি কলুষশ্চিন্তাজড়ং দৰ্শনম॥

বৈক্লব্যং মম তাৱদীদৃশমপি স্নেহাদৰণ্যৌক সঃ।
পীড়্যন্তে গৃহিনঃ কথং ন তনয়াবিশ্লেষ দুঃখৈর্নবৈঃ॥

শকুন্তলাক পাতৰ সাজকাপোৰ পিন্ধাই সুসজ্জিত কৰিলে। গৌতমীয়ে চলচলীয়া চকুৰে কলে "আই, তোমাৰ পিতাৰা আগত উপস্থিত হৈছে। তোমাৰ কৰ্ত্তব্য কৰা।"

শকুন্তলাই লাজত থিয় হৈ নমস্কাৰ কৰিলে।

কণ্বই ক'লে "শৰ্ম্মিষ্ঠা যেনেকৈ যযাতিৰ অত্যন্ত আদৰৰ পাত্র আছিল তুমিও তোমাৰ স্বামীৰ আদৰৰ হোৱাঁ। আৰু শৰ্ম্মিষ্ঠাই যেনেকৈ ভাবী সম্রাট পুৰুক জন্ম দিছিল তুমিও তেনেকৈ ভাবী সম্রাট পুত্ৰৰত্ন লাভ কৰা।"

যযাতিৰেৱ শৰ্ম্মিষ্ঠা
ভৰ্ত্তুঃ বহুমতা ভৱ।
পুত্ৰং ত্বমপি সম্রাজং
সেৱ পুৰুমৱা প্নুহি॥

"আই আহাঁ, মই জ্বলাই থোৱা অগ্নিক প্ৰদক্ষিণ কৰা।"

তেতিয়া দুয়ো সখীক লগত লৈ শকুন্তলাই অগ্নিৰ চাৰিও-ফালে খোজ কাঢ়িলে। কণ্বই ক'লে "বেদীৰ ওপৰত সাৰ্মধ্ আছে। চাৰিও ফালে কুশ ছটিয়াই থোৱা আছে আৰু ইয়াৰ পৰা যি ঘিউৰ গোন্ধ ওলাইছে সেই সুগন্ধে পাপ নাশ কৰিছে। এই যজ্ঞাগ্নিয়ে তোমাক পবিত্র কৰক।"

প্ৰদক্ষিণৰ পিচত কণ্বই ক'লে "আই তুমি প্ৰস্থান কৰা।" ঋষিয়ে চকুৰে শাৰ্দ্দৰৱ আৰু শাৰদ্বত মিশ্ৰৰ সন্ধান ললে।

শিষ্যদ্বয় উপস্থিত হ'ল। কণ্বই তেওঁলোকক আদেশ দিলে "তোমালোকৰ ভনীয়েৰাক পথ দেখুৱাই লৈ যোৱা।"

তেতিয়া সকলোটিয়ে খোজ ল'লে। কণ্বই বৃক্ষবন বিলাকলৈ লক্ষ্য কৰি কলে "হে বনদেৱতা সমন্বিত তপোবনৰ বৃক্ষ সকল! তোমালোকৰ গুৰিত পানী নিদিয়াকৈ যি প্ৰথমে পানী গ্ৰহণ নকৰে, অলকাৰ প্ৰিয় হৈয়ো স্নেহবশতঃ যি তোমালোকৰ ঠাল ঠেঙুলি নিছিঙে আৰু তোমালোকৰ ফুল ফুলিবৰ সময়ত যাৰ কাৰণে উৎসৱ হয় সেই শকুন্তলা আজি পতি গৃহলৈ গৈছে। তোমালোকে অনুমতি দিয়া।"

পাতুং ন প্ৰথমং ব্যৱস্যতি
জলং যুষ্মাস্বসিক্তেষু যা।
নাদত্তে প্ৰিয়মণ্ডনাপি ভৱতাং
স্নেহেন যা পল্লৱস্।
আদৌ বঃ কুসুম প্ৰবৃত্তি সময়ে
যথা ভৱত্যুৎ সৱঃ
সেয়ং যাতি শকুন্তলা পতিগৃহং
সৱৈ'ৰনুজ্ঞায়তাম্॥

আকাশ বাণী হ'ল "পদুম পাতৰ সৰোৱৰ বিলাকেৰে পথৰ মাজ ভাগ শুৱনি হওক। বড়গছ—প্ৰভৃতি গছে সূৰ্য্যৰ কিৰণৰ তাপ নিবাৰণ কৰক। পদুমৰ ৰেণুৰে সুগন্ধি বায়ু পাছফালৰ পৰা মৃদু ভাবে বৈ থাকক। এইভাবে শকুন্তলাৰ গোটেই পথ মঙ্গলময় হওক।"

গৌতমীয়ে ক'লে "আই বনদেৱতাই তোমাক যাবলৈ আদেশ দিছে। তেওঁবিলাকক নমস্কাৰ কৰা।"

শকুন্তলাই নমস্কাৰ কৰি এখোজ দুখোজ কৈ প্ৰিয়ম্বদাৰ ওচৰলৈ গৈ ফুচ ফুচাই ক'লে "সখি, মোৰ স্বামীৰ দৰ্শন পাবৰ কাৰণে মই উৎকণ্ঠিত হৈছোঁ। তথাপি তপোবন পৰিত্যাগ কৰা কাৰণে মই ভৰি দুখনক আগ বঢ়াব পৰা নাই।"

প্ৰিয়ম্বদাই ক'লে "সখি, তুমিয়েই তপোবনৰ বিৰহ অনুভৱ কৰা নাই। তোমাৰ বিচ্ছেদত তপোবনৰ অৱস্থালৈ চোৱাচোন। হৰিণীয়ে মুখৰ পৰা কুশবনখিনি ওকালি পেলাইছে। ময়ূৰীয়ে নৃত্য বিসৰ্জ্জন দিছে। লতাবিলাকৰ পৰা যেন পাত সৰি পৰিছে আৰু চকুলো বাগৰি আহিছে!"

শকুন্তলাই ক'লে "পিতা, মোৰ ভনীস্বৰূপ মাধৱীলতাক মই সম্ভাষণ জনাওঁ।"

কণ্বই ক'লে "মাধৱীৰ প্ৰতি তোমাৰ স্নেহ কিমান গভীৰ মই তাৰ ভু-পাওঁ। চোৱাচোন মাধৱী লতাডাল কেনেকৈ মোৰ সোঁহাতৰ ওচৰত ৰৈ আছে।"

শকুন্তলাই মাধৱীলতাৰ ওচৰলৈ গৈ লতাডালক সাৱটি ধৰি ক'লে "ভনিটি, তোমাৰ ঠাল ঠেঙুলি মেলি মোক সাৱটি ধৰা। আজিৰ পৰা মই তোমালোকৰ পৰা আঁতৰিলোঁ। পিতা, আপুনি—মাধৱীক মোৰ নিচিনা জ্ঞান কৰিব।"

কণ্বই ক'লে "আই, তুমি নিজ গুণেৰে উপযুক্ত পতি লাভ কৰিছা। এতিয়া তোমাৰ বিষয়ে মই নিশ্চিন্ত। সৌ

লোদোৰ, পোদোৰ, আমগছ জোপাক এতিয়া মাধৱীলতাৰ বৰ পাতিম। গতিকে তুমি নিশ্চিন্তে হোৱা।"

সখী দুগৰাকীয়ে সুধিলে "সখি, আমাক তুমি কাৰ হাতত সমৰ্পণ কৰিলা ?" এইবুলি কৈ দুয়ো উচুপি উচুপি কান্দিবলৈ ধৰিলে। তেওঁলোকৰ চকুৰেদি পানী বাগৰি পৰিল।

কণ্বই ক'লে "আই তহঁতে নাকান্দিবি, তহঁতক মই শকুন্তলাৰ স্থানত প্ৰতিষ্ঠা কৰিম।"

তাৰ পিছত সকলোটি আগবাঢ়ি গ'ল। অলপ পিছত শকুন্তলাই ক'লে "পিতা। গৰ্ভভৰত অচলা এই হৰিণী জনীয়ে পদূলিমুখ পাৰ হৈ আমাৰ লগত আহিছে। তাইৰ যেতিয়া প্ৰসৱ হ'ব তেতিয়া সুসংবাদ দি কোনোজনক মোৰ ওচৰলৈ পঠিয়াব। আপুনি নেপাহৰিব।

কণ্বই কলে "আই, মই নেপাহৰোঁ।"

শকুন্তলাই যেন উজুটি খাই আগবাঢ়িব নোৱাৰে। পাছলৈ চাই কলে "মোৰ ভৰি কোনে পাছলৈ টানি ধৰিছে ? মোৰ ৰিহাৰ আঁচল কোনে টানি নিছে ?"

কণ্বই কলে "আই, কুশৰ আগ খাওঁতে যাৰ মুখত ঘা লাগিলে তুমি ইঙ্গুদী তেল সানি দিছিলা, আৰু যাক প্ৰতিদিনে একোমুঠি কোমল সেউজীয়া ঘাঁহ খুৱাই ডাঙৰ কৰিছিলা তোমাৰ সেই পুত্ৰ স্বৰূপ হৰিণে তোমাৰ বাট ভেটি ধৰিছে।"

যস্য ত্বয়া ব্ৰণবিৰো পনমিঙ্গুদীনাং।
তৈলং ন্যষিচ্যৎ মুখেকুশ সূচিবিদ্ধে॥

শ্যামাকমুষ্টি পৰিবৰ্দ্ধিতকো জহাতি।
সোঽয়ং ন পুত্ৰ কৃতকঃ পদবীং মৃগস্তে ॥

শকুন্তলাই ক'লে "বাচা, আজি মই তইঁতৰ লগ এৰি আহিছোঁ। তই মোৰ পাছে পাছে আহিছ কিয়? প্ৰসৱ কৰিয়েই তোৰ মাৰ মৰি গ'ল। তেতিয়াৰে পৰা তোক মাৰৰ অবিহনে মই ডাঙৰ কৰিছিলোঁ। এতিয়া মোৰ অবিহনে পিতাই তোক প্ৰতিপালন কৰিব। গতিকে মোৰ পাছত আৰু নাহিবি।" এইদৰে কৈ শকুন্তলাই কান্দি কান্দি যাবলৈ ধৰিলে।

কণ্বই ক'লে "আই তুমি নেকান্দিবা। মন স্থিৰ কৰা। এইফালে বাটলৈ চোৱা। চকুলোৱে তোমাৰ চকুহুটি দৃষ্টিহীন কৰিছে। ধৈৰ্য্য ধৰি চকুলো সম্বৰণ কৰা। এই ঠাইখন খলাবমা। তুমি এতিয়া চকুৰে দেখিবলৈ পোৱা নাই। গতিকে তোমাৰ ভৰিৰ খোজ অসমান হৈ পৰিছে।"

শিষ্য হুজনে তেতিয়া ঋষিক কলে—"ভগবান্, জল পৰ্য্যন্ত প্ৰিয়জনক আগবঢ়াই দিয়াৰ কথা শুনিছো। এতিয়া এই সৰোৱৰৰ পাৰত আমি উপস্থিত হ'লো। কি সম্বাদ আছে আমাক দি আপুনি আদেশ কৰক।"

কণ্বই ক'লে "তেন্তে এই ডাঙৰ গছ জোপাৰ ছাঁতে আমি বহোঁ।"

সকলোটি বহিল।

অনসূয়াই শকুন্তলাক ক'লে "সখি, তপোবনত এনে কোনো

প্ৰাণী নাই যি তোমাৰ বিৰহত আজি শোকাদগ্ধ হোৱা নাই। চাকৈয়ে মাতিলেও চকোৱা চৰায়ে আজি মতা নাই আৰু মুখত মৃণাল লৈ তোমালৈকে চাই আছে।”

কণ্বই ক’লে “বাচা, শাৰ্দ্দিৰব, তুমি শকুন্তলাক আগত লৈ দুষ্মন্ত ৰজাক এই কথা ক’বা। আমাৰ কেৱল তপস্যাই হে ধন। তোমাৰ প্ৰতি শকুন্তলাৰ অনুৰাগ স্বভাৱজাত। ইয়াকে বিবেচনা কৰি তুমি শকুন্তলাক ৰাণী সকলৰ মাজতে সমান ঠাই দিবা। স্ত্ৰী লোকৰ বন্ধুবৰ্গই ইমানকে মাথোন প্ৰাৰ্থনা কৰে।”

ঋষিয়ে তাৰ পিছত শকুন্তলালৈ চাই ক’লে “আই, গুৰুজনৰ শুশ্ৰূষা কৰিবা। সপত্নী সকলৰ প্ৰতি প্ৰিয় সখীৰ ব্যৱহাৰ কৰিবা। স্বামীয়ে অপমান কৰিলেও ৰাগবশতঃ তেওঁৰ প্ৰতিকূল আচৰণ নকৰিবা। দাস দাসীৰ প্ৰতি উদাৰ হ’বা আৰু ভোগত গৰ্ব্ব নকৰিবা। এনে আচৰণৰ দ্বাৰা স্ত্ৰীলোকে গৃহিনীৰ স্থান লাভ কৰে আৰু ইয়াৰ বিপৰীত হ’লে স্ত্ৰীলোকে বংশত দুখ দিয়ে মাথোন।”

শুশ্ৰুষস্ব গুৰূন্ কুৰু প্ৰিয়সখীবৃত্তিং সপত্নীজনে।
ভৰ্ত্তু বিপ্ৰকৃতাপি ৰোষনতয়া মাস্ম প্ৰতীপং গমঃ॥
ভূয়িষ্ঠং ভৱ দক্ষিণা পৰিজনে ভোগে ঘনুৎসেকিনী
যান্ত্যেৱং গৃহিণীপদং যুৱতয়ো বামাঃ কুলস্যাধয়ঃ।

তাৰ পিচত কণ্বই ক’লে, “আই, আহাঁ আমাক আৰু সখীয়েৰাইতক আলিঙ্গন কৰা।”

শকুন্তলাই সুধিলে “পিতা, সখীহঁতো ইয়াৰ পৰা উলটি যাব নেকি ?

কণ্বই কলে “আই এওঁবিলাককো মই দান কৰিব লাগিব। গতিকে এওঁলোক চহৰলৈ যোৱা উচিত নহয়। গৌতমীহে তোমাৰ লগত যাব।”

শকুন্তলাই পিতাকক আলিঙ্গন কৰি কলে “পৰ্ব্বতৰ শিখৰৰ পৰা খহি পৰা লতাৰ দৰে মই এতিয়া কোলাৰ পৰা খহি পৰিলোঁ। আন দেশলৈ গৈ কেনেকৈ নো জীৱন ধাৰণ কৰিম ?”

কণ্বই ক’লে “আই কাতৰ নহবা। সৎ কুলৰ স্বামীৰ গৃহিনী হৈ, স্বামীৰ সেৱাত প্ৰবৃত্ত হৈ, পূব আকাশে যেনেকৈ সূৰ্য্যক প্ৰসৱ কৰে সেইদৰে অচিৰে পৱিত্ৰ পুত্ৰ প্ৰসৱ কৰি আমাৰ বিচ্ছেদৰ শোক পাহৰি পেলাবা।”

শকুন্তলাই কণ্বৰ ভৰিত দীঘল দি পৰি সেৱা জনালে।

শকুন্তলাই সুধিলে “পিতা, আকৌ কেতিয়া তপোবন দেখিবলৈ পাম ?”

কণ্বই ক’লে “দুষ্মন্ত ৰজাৰ ঔৰসজাত অপ্ৰতিদ্বন্দ্বী পুত্ৰ প্ৰসৱ কৰি সেই পুত্ৰৰ ওপৰত ৰাজ্যভাৰ সমৰ্পণ কৰি তোমাৰ স্বামীক লগত লৈ মুক্তি লাভৰ নিমিত্তে পুনৰাই এই আশ্ৰমলৈ আহিবা।”

ইয়াৰ পিচত যাওঁ নেযাওঁকৈ শকুন্তলাই খোজ ললে। সখী দুগৰাকীয়ে আৰু বৃদ্ধ ঋষি কণ্বই শকুন্তলালৈ চকু

সুঘুৰোৱাকৈ চাই থাকিলে। চাওঁতে চাওঁতে লগৰীয়া কেইজন অদৃশ্য হ'ল। ঋষি আৰু অনসূয়া প্ৰিয়ম্বদা আশ্ৰমমুৱা হ'ল। সখী দুগৰাকীয়ে ক'লে "পিতা শকুন্তলা নথকাত আজি শূন্য তপোবনত প্ৰৱেশ কৰিছোঁ।"

কণ্বই কলে "স্নেহৰ বশতঃ এনে ভাব হৈছে। আজি শকুন্তলাক পতিগৃহলৈ পঠিয়াই সুস্থতা অনুভৱ কৰিলোঁ। কিয়নো কন্যাৰূপ ধন পৰৰ। তাক আজি গ্ৰহীতাৰ ওচৰলৈ পঠিয়াই দি চিৰ কালৰ গচ্ছিত সম্পদ ঘূৰাই দিয়াৰ পিছত মনত যেনে শান্তি হয়, মোৰো আজি মন তেনে প্ৰসন্ন হল।"

এই কাহিনীত কণ্বৰ চৰিত্ৰ অঙ্কনত নাট্যকাৰে নিপুণতা প্ৰদৰ্শন কৰিছে। কণ্বৰ চৰিত্ৰ দুই ভাগত বিভক্ত হৈছে। প্ৰথম ভূমিকাত কণ্ব শকুন্তলাৰ পিতৃ। নিজৰ ছোৱালীক জন্ম দি ডাঙৰ দীঘল কৰি উপযুক্ত বয়সত সৎ পাত্ৰৰ হাতত সমৰ্পণ কৰা পিতৃৰ কৰ্ত্তব্য। এই কৰ্ত্তব্য কৰোতে মায়া পাশত আবদ্ধ পিতৃ কন্যাৰ বিচ্ছেদ চিন্তাত শোকাতুৰ হৈ পৰে। নিজৰ ছোৱালীক পতিগৃহলৈ উলিয়াই দিয়াৰ সময়ত শোকত পিতৃ অধীৰ হয়। বিশেষকৈ যি ক্ষেত্ৰত কন্যা মাতৃহীনা তেনে ক্ষেত্ৰত পিতৃৰ শোক আৰু গধুৰ হয়। পিতৃ স্বৰূপে কণ্বৰো এনেক্ষণত হিয়া ভাগি ছিগি গৈছে, মুখৰ মাত-কথা হৰিছে আৰু শকুন্তলাৰ বিচ্ছেদ দুখে তেওঁক জৰ্জ্জৰিত কৰিছে। কণ্বৰ এই দুখৰ পাৰিপাৰ্শ্বিকতাত এহাতে শকুন্তলাৰ আৰু আনহাতে

প্ৰিয়ম্বদা—অনসূয়াৰ শোকাশ্ৰুৱে করুণ ৰস গম্ভীৰতৰ কৰিছে। কণ্বই মোহাবদ্ধ হৈয়ো সুগৃহীৰদৰে কৰ্ত্তব্যৰ পৰা বিচলিত হোৱা নাই। দ্বিতীয় ভূমিকাত কণ্বই তেওঁৰ তপস্বীজীৱনৰ শ্ৰেষ্ঠতা অলপো ক্ষুণ্ণ হবলৈ দিয়া নাই। তপ তেওঁৰ ধন। মায়া মোহে তপোৱনৰ ওপৰত অনাহক ঢাকনি তৰি দিয়ে। এনে আৱৰণে তপোৱনক মলিন্ কৰি পেলায়। তপস্বী তেতিয়া ধৰ্ম্মচ্যুত হৈ পৰে। কণ্বৰ অন্তৰত শোকৰ উদ্বেগ যিমানেই প্ৰৱল হওঁক তেওঁৰ তীক্ষ্ণ দৃষ্টি সত্যৰ ওপৰত প্ৰতিষ্ঠিত। কন্যা-বিচ্ছেদৰ দুখত সংসাৰী মানুহ শোকত বিহ্বল হৈ পৰে, কেৱল হৃদয়ৰ শূন্যতাকে উপলব্ধি কৰে। তপোবলেৰে বলিয়ান্ কণ্ব শকুন্তলাৰ বিচ্ছেদত শোকগ্ৰস্ত হলেও তেওঁ অসত্যত ভোল নেযায়, মায়াই তেওঁক ভুৱা দিব নোৱাৰে। এই দুখৰ ভিতৰেদিও তেওঁ সত্যকেহে উপলব্ধি কৰিছে। সেই গতিকে তেওঁ কন্যাৰত্নক উপযুক্ত স্বামীৰ উদ্দেশ্যে সমৰ্পণ কৰি মনত বিপুল আনন্দ লাভ কৰিছে। পৰৰ সংৰক্ষিত ধন ওলোটাই দি দায়ৰ পৰা মুক্ত হলে যেনেকৈ মন প্ৰসন্ন হয় শকুন্তলাক দুষ্মন্তৰ ওচৰলৈ পঠিয়াই দি তপস্বী কণ্বয়ো সেই সত্যকে উপলব্ধি কৰিছে। কন্যা পৰৰ ধন স্বৰূপ। পতিৰ হাতত কন্যাক সমৰ্পণ কৰি শোকাতুৰ হোৱা উচিত নহয়। বৰঞ্চ কন্যা দানৰ বিনিময়ত মনত শান্তি আৰু প্ৰসন্নতা লাভ কৰা উচিত। স্বামী স্ত্ৰীৰ নৈসৰ্গিক মিলনে মানৱ জীৱনৰ মধুৰতা দৃঢ়ভাবে প্ৰতিষ্ঠা কৰে আৰু সমাজৰ অপ্ৰীতিকৰ আৰু

অবাঞ্চনীয় মিলনৰ দুৱাৰ ৰুদ্ধ কৰে মাথোন। কণ্বৰ অমৰ বচন যুগে যুগে প্ৰতিধ্বনিত হয়

অৰ্থো হি কন্যা পৰকীয় এৱ
তামদ্য সম্প্ৰেষ্য পৰিগ্ৰহীতুঃ।
জাতোহস্মি সদ্যো বিশদান্তৰাত্মা
চিৰস্য নিক্ষেপমিবাৰ্পয়িত্বা ॥

কোমল হৃদয়ৰ পিতা আৰু তপোবলেৰে বলিয়ান্ তপস্বী- এই উভয় ভূমিকাত সামঞ্জস্য ৰাখি কবি কালিদাসে কণ্বৰ চৰিত্ৰ নিখুঁত ভাবে অঙ্কন কৰিলে।

# ফাগুনৰ হিল্লোল

ফাগুনৰ হিল্লোল ?

এৰা সৃষ্টিৰ প্ৰাৰম্ভণিৰে পৰা অযুত ফাগুনৰ হিল্লোলে ধৰণী বক্ষত ঢৌ খেলিছে।

কোনোবা এটা ফাগুনৰ মধুৰ পৰশ লাগি ভগবানৰ প্ৰথম সৃষ্ট জীৱ আডামৰ সুপ্ত মন সাৰ পাই উঠিল—হয়তো প্ৰথম বাৰৰ বাবে আডামে উপলব্ধি কৰিলে তাৰ জীৱন যেন অসম্পূৰ্ণ! কিবা যেন সি ভগবানৰ পৰা আৰু পাব লগা আছে। কিন্তু কি সেই কিবা ?

কোনোবা বৰনৈৰ পাৰত বহি উত্তাল তৰঙ্গমালাৰ হোহোৱনি শুনি সিপাৰৰ সু-উচ্চ উজ্জ্বল শৈলমালালৈ নিৰৰ্থক-ভাবে দৃষ্টিপাত কৰি থকা আডামৰ কাণত কোনোবাই ৰিঙিয়াই কৈ গল—"হেৰৌ আডাম, তই জাননে তোৰ কাৰণে ভগবানে এগৰাকী নাৰী সৃষ্টি কৰিব পাৰে ? তই জীয়াই থকাৰ কোনো মানে নাই, কিয়নো তই এদিন এই পৃথিবীৰ পৰা লোপ পাবি—তোক পৃথিবীয়ে পাহৰি পেলাব। সেই বাবেই তই ভগবানক ভিক্ষা কৰি ল এগৰাকী ৰূপহী নাৰীৰ। তোৰ আৰু এই নাৰীৰ মিলনৰ মাজেদি সৃষ্টি ৰক্ষা হ'ব—তই পৃথিবীত চিৰকাল জীয়াই থাকিবি।"

আডাম চক্ খাই উঠিল। তাৰ বুকুখন যেন বহুত গধুৰ হৈ গৈছে! সি ভগবানৰ ওচৰলৈ দৌৰি আহিল। অন্তৰ ঢালি ভগবানক সি মিনতি কৰিলে এগৰাকী নাৰী তাৰ বাবে সৃষ্টি কৰিবলৈ। আডামৰ কাতৰ অনুৰোধ ৰাখি হয়তো ভগবানে ধৰালৈ পঠিয়ালে এছাটি কোমল বা'। আডামে দেখা পালে অনুৰ্ব্বৰা পৃথিবীখন সেউজীয়া দূবৰিবন, বিচিত্ৰ ফল ফুলেৰে জাতিষ্কাৰ হ'ল। কিন্তু আডামৰ তৃষ্ণা তেতিয়াও আঁতৰা নাই। তাক লাগে এগৰাকী নাৰী। হেজাৰ মৰুভূমিৰ পিয়াহে তাক আবৰি ধৰিছে। অন্তৰ তাৰ বিষাদেৰে পৰিপূৰ্ণ। অধীৰ আগ্ৰহেৰে সি তাৰ কামনাৰ ধন নাৰীক পাবলৈ বাট চাই ৰয়। ক্ৰমে ক্ৰমে পৃথিবীৰ এন্ধাৰ আঁতৰাই পূৰ্ণিমাৰ জোনটোৱে ৰূপোৱালী পোহৰেৰে পৃথিবী ঢৌৱাই পেলালে। তেনেকুৱা এটা শুভ মুহূৰ্ত্তত সেউজীয়া পাতৰ পৰিচ্ছদ পিন্ধি সৃষ্টিৰ প্ৰথম নাৰী ঈভ লয়লাস ভঙ্গীৰে মৰ্ত্ত্যলৈ নামি আহি আডামলৈ চাই বিশ্বজিনা হাঁহিৰে সম্ভাষণ জনালে।

হয়তো ঈভ পৃথিবীলৈ নামি অহা মুহূৰ্ত্তটোৰ নাম ফাগুন, আৰু যিটো বিশ্বজিনা হাঁহিৰে আডামক প্ৰথমে সম্ভাষণ জনাইছিল এই হাঁহিটোৰ নাম বসন্ত।

সৃষ্টিৰ প্ৰথম পুৰুষ আৰু নাৰীয়ে থৈ যোৱা ফাগুনৰ বতাহে আজিও ডেকা গাভৰুক অথিৰ অবিৰ কৰে, আজিও ঈভৰ সেই মধুৰ হাঁহিটোত আডাম অস্থিৰ হোৱাৰ দৰে হেজাৰ নৰ-নাৰী সেইদৰে ইজনে-সিজনৰ বাবে অস্থিৰ হ'ব লাগিছে।

ইয়াৰ পৰা আমাৰ ফাগুনা কায়েও ৰৈহাই নেপালে। ফাগুনাৰ কথা ক'ব লাগিলে আমি উভতি যাব লাগিব বৃটিছৰ শাসনৰ দিনলৈ।

১৯৩৯ কি ৪০ চনৰ কথা। ফাগুনাহঁতৰ পৰিয়াল কৃষি-জীৱী। বাৰীৰ লাও, বেঙেনা, নেমু, তামোল, পাণ, সৰিয়হ আদিৰ প্ৰচুৰ খেতি আছিল ফাগুনাহঁতৰ। মধুপুৰ গাওঁৰ পৰা ডিব্ৰুগড় চহৰলৈ মাত্ৰ আছিল চাৰি মাইলৰ ব্যৱধান। বলিষ্ঠ সুঠাম ডেকা ফাগুনাৰ কাৰণে এই চাৰি মাইল পথ অতিক্ৰম কৰা কোনো কথাই নাছিল। বাৰীৰ শইচ বেচি ফাগুনাই যথেষ্ট ধন আৰ্জিব পাৰিছিল। বছৰটো খালেও ভঁড়ালৰ ধান শেষ নহৈছিল। স্বচ্ছলভাবেই ফাগুনাহঁতৰ দিনবোৰ গৈ থাকোতে পৃথিবীজুৰি মহাসমৰৰ দাবাগ্নি জ্বলি উঠিল। এই দাবাগ্নিৰ ফিৰিঙতিয়ে অসমকো স্পৰ্শ কৰিলে।

যুদ্ধই কিছুমানলৈ যেনেকৈ অভাৱ-অনাটন-মৃত্যুৰ বিভীষিকা আনিলে তেনেকৈ কিছুমানলৈ আনিলে আশাতীত ধনৰ ভাণ্ডাৰ। সেই কাৰণেই ফাগুনাৰ বাৰীৰ শইচখিনি আছিল যেনিবা সোণ। এগুণৰ দহগুণ মূল্য দি পেটুক সৈনিকবোৰে তাৰ বাৰীৰ পৰাই শইচ লৈ লৈছিল।

ইতিমধ্যে মহাত্মা গান্ধীৰ আন্দোলনে দেশ তোলপাৰ লগাইছে। গাৱেঁ গাৱেঁ দেশে-বিদেশে প্ৰচাৰ হ'ল মহাত্মাৰ মহান বাণী। মহাত্মাৰ এই আকুল আহ্বানত সঁহাৰি দি জাকে জাকে ডেকা-গাভৰুৱে অসহযোগ আন্দোলনত যোগদান

কৰিলে। ফাগুনাৰ ধমনীয়েদি দেশপ্ৰেমৰ বিদ্যুৎ প্ৰবাহ বৈ গ'ল। নিজৰ অৰ্থোপাৰ্জ্জনৰ সহজ পন্থা আৰু উজ্জ্বল ভৱিষ্যতৰ ভৰসা নেওচি ফাগুনাই গাৱেঁ গাৱেঁ, বন্দৰে বন্দৰে বৈ লৈ গ'ল মহাত্মাৰ অমৃত বাণী।

ফাগুনাই যেতিয়া স্ব-ইচ্ছাই নিজৰ চেনেহৰ মাটিৰ মৰম, আত্মীয় স্বজনৰ স্নেহ বিসৰ্জ্জন কৰি দেশপ্ৰেমত বিভোৰ হৈ মহাত্মাৰ অনুসৰণ কৰিছিল তেতিয়া হয়তো ফাগুনাই আজিৰ এই দহ-বাৰজনা মন্ত্ৰীৰ গাদী, ধুনীয়া বঙলা ঘৰ, মটৰ গাড়ীৰ বাবে লালায়িত হোৱা নাছিল। ফাগুনাই তেতিয়া খোজ বঢ়াইছিল অনিৰ্দ্দিষ্ট ভৱিষ্যতৰ বিপদপূৰ্ণ অন্ধকাৰ পথত।

ক্ৰমে ক্ৰমে অশেষ যত্ন আৰু কষ্টত ফাগুনাই মহাত্মাজীৰ বাণীৰ দ্বাৰা গাওঁবাসীক জাগৃত কৰি এদিন মধুপুৰ থানালৈ হাতত জাতীয় পতাকা লৈ দলেবলে বাঢ়িল।

কিন্তু সমগ্ৰ ভাৰতৰ হেজাৰ হেজাৰ দেশপ্ৰেমিকৰ যিদৰে বন্দুকৰ গুলিত কণ কণ হিয়াবোৰ ডোখৰ ডোখৰ হৈ গৈছিল, ৰঙা তেজৰ চেকুৰা চিটিকি পৰিছিল, ইয়াৰপৰা ফাগুনাহঁতৰ দলটোৱেই বা ৰেহাই পাব কিয়? সেইদৰেই বৃটিছ চৰকাৰৰ লাঠিৰ কোবত সঙ্গিনৰ খোচত ফাগুনাৰ দল ছেদেলি ভেদেলি হৈ গ'ল। লগে লগে ফাগুনা বৃটিছ চৰকাৰৰ হাতত অনিৰ্দ্দিষ্ট কালৰ বাবে বন্দী হ'ল।

বৃটিছৰ কাৰাগাৰত কেইবা বছৰো অশেষ জীয়াতু ভুঞ্জি এদিন খোৱা ভৰিৰে ফাগুনা গাৱঁলৈ উভতি আহিল।

লাখ লাখ ভাৰতীয় লোকৰ জীয়া তেজেৰে প্লাৱিত হৈ এদিন ভাগ্যদেৱীয়ে স্বাধীনতা বেদীত আৱিৰ্ভাব হৈ হাঁহিলে। এই হাঁহিয়ে হয়তো সেইদিনা হেজাৰ হেজাৰ নিষ্পেষিত ভাৰতীয়ৰ মুখত বুকুত দান কৰিছিল স্বৰ্গীয় শান্তি।

ফাগুনা অৱশেহত কোঙা শৰীৰেৰে তাৰ গৃহলৈ উভতি আহিল। ইতিমধ্যে তাৰ ঘৰ-দুৱাৰ ক্ৰমান্বয়ে আহি থকা ধুমুহা বিলাকত ধ্বংস হৈ গৈছে। একমাত্ৰ ভনীয়েক সুমলিক হেনো এনিশা কোনোবা সৈন্যই ধৰি লৈ গ'ল। এই শোকতে তাৰ মাক ঢুকাল। দেউতাক তাৰ নিচেই কেচুৱা কালতে ঢুকাইছে। তাৰ সুজলা সুফলা পথাৰত চন পৰিছে। চাৰিওফালে অভাৱ অনাটন দৈন্যই যেন তাক উপহাস কৰিবলৈ ধৰিলে। তাৰ নিজৰ অতি মৰমৰ এই ভগ্ন পজাঘৰৰ তলত বহি সি চকুলো মচি থাকোতে কোনোবাই যেন কৈ যোৱা সি শুনিবলৈ পালে "ফাগুনা তই প্ৰকৃততে দেশ প্ৰেমিক, তোৰ দৰে হাজাৰ ফাগুনাই স্বাধীনতা বেদীত আহুতি দিছে—তেওঁবিলাকে নিজৰ জীৱন বস্তিৰ শলিতাৰ শেষ পোহৰ খিনিও স্বাধীনতা বেদীতে নিঃশেষ কৰি দি অমৰ হৈ ৰৈ গৈছে এই পৃথিৱীত অমৰ হৈ ৰ'বও চিৰকাল।"

ফাগুনাই যেন হেৰাই যোৱা প্ৰাণৰ আঁত বিচাৰি পালে। তথাপি সি বিহ্বল হ'ল। অকৰ্ম্মণ্য শৰীৰটোকে সি কৰিব কি, খাব কি, থাকিব ক'ত?

চাকৰীৰ উদ্দেশ্যেও বহুত ঘূৰি পকি, বহুত অভিজ্ঞতা লাভ

কৰি ফাগুনাই গাওঁৰে লৰা, ডাক্তৰ মনবৰ শইকীয়াৰ জৰিয়তে ৰবৰাৰীত কামত সোমাল। ফাগুনাৰ কামটো আছিল ৰোগীক ভাত দিয়া। ফাগুনাৰ লগৰে কেনোজন দেশবৰেণ্য নেতাও হৈছেগৈ। কিন্তু ফাগুনাই ভাগ্যৰ যোৰত দিব লগা হৈছে ৰোগীক ভাত।

দিনবোৰ গৈ থাকে। ফাগুনাৰ এতিয়া ইয়াত জীৱন সহজ হৈ পৰিলে, তাৰ কেতিয়াবা মনত পৰে তাৰ সোণগজা পথাৰ খনলৈ, লগৰ সেই ডেকা-গাভৰু চামলৈ যাৰ লগত উমলি জামলি সি স্বচ্ছন্দ ভাবে পাৰ কৰি দিছিল বহুত বোৰ বসন্ত কাল।

দুকুৰীৰ দেওনা গচকি যোৱা জেইলফেৰৎ দুৰ্দ্দশাক্লিষ্ট ফাগুনাৰ ইয়াতকৈ অধিক কৰিব পৰা শক্তিও নাছিল। তথাপিও একালৰ গাওঁৰ সকলোতকৈ উৎসাহী, বলিষ্ঠ, আৰু সৰবৰহী ফাগুনাই কেতিয়াবা মৰি যোৱা অতীতৰ কথাবোৰ ভাবি কান্দে।

কেতিয়াবা সি সেইদৰে জলকা লাগি বহি থকা দেখিলে ৰবৰাৰীৰে লিগিৰী ৰহদৈয়ে মৰমেৰে সোধে কি হ'ল অ' ফাগুনা? মনটো দেখোন বৰকৈ ওন্দোলাই আছ? ফাগুনাৰ মনটো তাইৰ মাতষাৰ শুনি ভাল লাগি যায়। হ'ক তেও এই দৰবৰ দেশখনত অকলশৰীয়া জীৱনত মাত এষাৰ পাবলৈকে ৰহদৈ আছে। ৰহদৈৰ বিষয়ে সি ইতিমধ্যে গম লৈছেই। মাক দেউতাক নোহোৱা ঘাট মাউৰী ৰহদৈক নিষ্ঠুৰ দদায়েকে

পাঞ্জাবী ঠিকাদাৰক বেচিবলৈ নিছিল। কিন্তু ৰহদৈয়ে লুইতৰ বুকুত জাপদি আত্মসম্মান ৰক্ষা কৰিলে। কিন্তু অভাগিনী ৰহদৈৰ মৰণ নাই। লুইতৰ ঢৌৱেও যেন তাইক আলফুলকৈ পেলাই থৈ গ'ল—কোনোবা এডোখৰ বামঠাইত। ভাগ্যক্রমে এটি ধোবাৰ পৰিয়ালে তাইক পাই ঘৰবাৰীলৈ লৈ আহিল। ভাল হৈও তাই আৰু উভতি ন'গল। তেতিয়াৰ পৰাই ৰহদৈ ঘৰ বাৰীৰ লিগিৰী। দিনবোৰ শান্তিৰেই ফাগুনাৰ অতিবাহিত হৈছিল, কিন্তু এদিন ৰহদৈ জ্বৰত পৰিল। কেইবাদিনো চোৱা-চিতাৰ ফলত ডাক্তৰে ক'লে টাইফ্‌য়েড। ফাগুনাৰ গাত অশান্তিৰ জুই জ্বলিল। সি হস্পিতেলখনৰ লগুৱা। আজৰি সময়ত মাথোঁ তাইক একোবাৰকৈ দূৰৈৰ পৰা চাই যোৱাৰ বাহিৰে তাৰ কৰিবলৈ আন একো উপায় নাছিল।

নিজৰ গাঠিৰ ধন ভাঙি ফাগুনাই ফলমূল তাইৰ কাৰণে লাহে লাহে আনিবলৈ ধৰিলে। একমাত্র সান্ত্বনাৰ স্থল সিয়ো যদি শেহত নোহোৱা হয়গৈ!

কিন্তু ৰহদৈ ক্রমান্বয়ে ভাল হৈ আহিল। লগে লগে তাৰ উদ্বিগ্নতাহে কমি আহিল।

ইতিমধ্যে ৰহদৈ আৰু ফাগুনাৰ মনত আদি পুৰুষ আডামৰ ৰোগটোৱে দেখা দিলে। কোনেও কাকো অধিক সময় নেদেখাকৈ থাকিব নোৱাৰা হ'ল। ফাগুনাই যেনেতেনে তাইক দিনটোত কমেও ছ'বাৰমান চাই যায়।

এইদৰে ৰহদৈৰ ওচৰলৈ হকে বিহকে আহি থাকিলেও

ফাগুনাক কোনেও বাধা প্ৰদান কৰা নাছিল। ফাগুনাক সকলোৱে চেনেহ কৰিছিল। ফাগুনাৰ শৰীৰত ৰহদৈৰ ভাল পাবলৈ একো বস্তু নাছিল। ৰূপ যৌৱন তাৰ কাহানিবাই শেষ হৈ গৈছে। সেই কাৰাগাৰৰ আবেষ্টনীৰ মাজত তাহানিৰ ডেকা ফাগুনাটো সমাধিস্থ হৈ ৰ'ল। এয়া যেন ফাগুনাৰ প্ৰেতাত্মাহে। খোৰা মানুহটোক পঁচিশ বছৰীয়া ৰাংঢালি ৰহদৈজনীয়ে বাৰু কোনটো সতেৰে ভাল পাব?

কিন্তু এই সোতোৰা পৰা ফাগুনাটোৰ ভিতৰত এখন নিমজ মৰমিয়াল হিয়া আছে। এই কলিজাৰ কেঁচা মৰমবোৰে তাইৰ অন্তৰ কঁপাই তোলে। তাৰ এই মৰমবোৰ তাই অস্বীকাৰ কৰিব কেনেকৈ? তাইয়ো ঘাট মাউৰা। ফাগুনাৰ অন্তৰভৰা মৰমৰ আঁৰত আশ্ৰয় পাবলৈ তাইয়ো যেন ক্ৰমে বিহ্বল হৈ পৰে।

সৃষ্টিৰ প্ৰথম নাৰী ঈভো হয়তো এদিন আডামৰ বহল বুকুখনত আশ্ৰয় লবলৈ বাউল হৈছিল!

ফাগুনৰ বলিয়া হিল্লোলে ৰহদৈ আৰু ফাগুনাৰ হৃদয়ত পুলক সৃষ্টি কৰিলে।

ৰহদৈজনী বৰ ধুনীয়া হৈ পৰিছে। ফাগুনৰ মিঠা ৰ'দজাকত তাইৰ গালদুখনত গোলাপী বোল লাগিছে। বুকুখন পুষ্টহৈ পৰিছে। ইমান ধুনীয়া তাইক সি পূৰ্ব্বে কেতিয়াও দেখা নাছিল। সি মনে মনে ভাবে তাইক বিয়া কৰাই ললে আৰু তাইক বান্দীৰ কাম কৰিবলৈ দিব নোৱাৰি। দেহি বেমাৰত বৰ দুখ পালে।

ৰহদৈ ভাল হলেও এতিয়াও প্ৰায় শোৱা পাটি এৰিবলৈ ডাক্তৰে অনুমতি দিয়া নাই।

সুবিধা বুজি এদিন ফাগুনাই তাইক মনে মনে সুধিলে ৰহদৈ তই মোলৈ আহিবিনে? লাজতে ৰঙা পৰি তাই ক'লে "ধেৎ কটা নিলাজটো! কথা কবলৈ আৰু ঠাই নেপালি?

মুখেৰেহে তেনেকৈ তাই ক'লে কিন্তু মনে প্ৰাণে তাই ইয়াকেই কামনা কৰিছিল।

তাই ফাগুনাৰ লখিমী হ'ব তাৰ সেৱা যতন কৰিব তাৰ লৰা ছোৱালীবোৰৰ মাক হ'ব······

কল্পনাৰ নাওঁ তাই এৰি দিয়ে—মনৰ অজান সোঁতত।

ফাগুনৰ নীলা আকাশখনত তেতিয়া জোনটো উদ্ভাসিত হৈছিলনে নাই নেজানো। কিন্তু এছাটি ফাগুনৰ কোমল বতাহে ফাগুনা আৰু ৰহদৈৰ অন্তৰত সৃষ্টি কৰিলে প্ৰেমৰ। ৰহদৈৰ পুৰঠহাতখনি আবেগেৰে ফাগুনাই নিজৰ দুয়োখন হাতেৰে দেৱতাৰ নিৰ্ম্মালিৰ দৰে তুলি ললে। সিহঁত দুয়োৰে চকু উপচি পৰিছিল তেতিয়া অজস্ৰ চকুলোৰে, কোনে জানে আনন্দৰ নে বেদনাৰ?

# পো-বোৱাৰী

হেমলতাই দেখিলে পশ্চিম আকাশ ক'লা ডাৱৰে ঢাকি আনিছে। বতাহ হয়তো বৰ জোৰেৰে আহিব। ইপিনে সন্ধিয়াৰ চাকিটো বেদীৰ সম্মুখত জ্বলাবৰো সময় হ'ল। লগে লগেই হেমলতাই গোসাঁই থাপনা খনৰ কাষ চাপি চাকিটো জ্বলাই দি প্ৰণিপাত কৰে। প্ৰাৰ্থনা কি নাজানো হয়তো জগতৰ কল্যাণৰ কাৰণে এগৰাকী মানুহে ভগবানক প্ৰাৰ্থনা জনায়।

ইতিমধ্যেই বজ্ৰনিনাদে পৃথিৱী কঁপাই আকাশত মেঘ গৰজি উঠিল। জগতৰ বিপন্ন নৰ-নাৰীলৈ চাই আকাশৰ শেষসীমাত বিজুলী মালাই খিলখিলায় অবিৰাম হাঁহিবলৈ ধৰিলে। [illegible]লয়া বতাহত গছ বিৰিণাৰ প্ৰলয় নাচোন বিজুলীৰ পোহৰত জিলিকি উঠিল, পৃথিৱী বিয়পি বৰষুণৰ করুণ সুৰ বাজি উঠিল।

সু-বৃহৎ বঙলা ঘৰটোত আৰু মানুহ বুলিবলৈ কোনো নাছিল বুলিলেই হয় বঙলাটোৰ লগুৱা লিগিৰীবোৰে নিৰ্জ্জনতাৰ সুযোগ লৈ সিহঁতৰ নিজৰ নিজৰ ক্ষুদ্ৰ পঁজা ঘৰবোৰত নিজৰ ভাবত বিভোৰ।

হেমলতা চম্পাজান বাগিছালৈ অহা মাথোন এবছৰ হৈছে। কেঁচা বয়সতে বৈধব্য বৰণ কৰাৰে পৰা হেমলতা ককায়েকহঁতৰ দ্বাৰা প্ৰতিপালিত হৈছিল। দেউতাকৰ একমাত্ৰ আদৰৰ দুহিতা আছিল হেমলতা। স্কুলৰ শিক্ষা পদ্ধতিত দেউতাকৰ

আস্থা নথকাৰ বাবে নিজেই হেমলতাক শিক্ষা দান কৰে। এই দেউতাকৰ পৰাই হেমলতাই ইংৰাজী, হিন্দীৰ উপৰিও সংস্কৃত ভাষাত কালিদাসৰ কাব্য অধ্যয়ন কৰিব পৰা শক্তি অৰ্জ্জন কৰিছিল। মাকৰ স্নেহ-ছত্ৰৰ আঁৰত থাকি হেমলতাই অৰ্জ্জন কৰিছিল বোৱা-কটা ৰন্ধা-বঢ়া আদি গাৰ্হস্থ্য বিদ্যা। জীয়েক প্ৰাপ্ত যৌৱনা হোৱাৰ লগে লগে দেউতাক মাকৰ মনত নতুন উদ্বিগ্নতাই দেখা দিলে। এঘৰত গৃহলক্ষ্মী স্বৰূপে থাপনা কৰিবলৈ মাতৃৰ হৃদয় ব্যাকুল হৈ পৰিল।

কালক্ৰমে মাক আৰু দেউতাকৰ ইচ্ছা অনুসৰি অধ্যাপক ৰত্ন বৰপূজাৰীৰ লগত হেমলতাৰ বিয়া হৈ যায়। নৈষ্ঠিক আৰু বিজ্ঞকৰ্মী বৰপূজাৰীৰ লগত স্বচ্ছন্দেই জীৱন অতিবাহিত হ'বলৈ ধৰিলে হেমলতাৰ।

কিন্তু কোনোবা এটা যুগতে কোনোবা এজন জ্ঞানী পুৰুষে কৈ গৈছে জন্ম-মৃত্যু বিবাহ ইয়াত মানুহৰ হাত নাই। এইদৰেই যিদিনা হেমলতাৰ বৰ হেপাহৰ ধন একমাত্ৰ পুত্ৰ সন্তান ভূমিষ্ঠ হয় সেই একেদিনাই ৰত্ন বৰপূজাৰীও ব্ৰহ্মপুত্ৰত হোৱা নাওঁ দুৰ্ঘটনাৰ ফলত মৃত্যু মুখত পৰে।

এপিনে আনন্দ, এপিনে বিষাদ, এপিনে হাঁহি, এপিনে কান্দোন, এপিনে জন্ম, এপিনে মৃত্যু, এপিনে পোহৰ, আন পিনে এন্ধাৰ এনে এটি সন্ধিক্ষণত জন্ম হৈছিল হেমন্তৰ।

হেমলতাৰ জীৱনৰ এই অঙ্কটো ভগবানে বৰ বেয়া ধৰণেৰে ভুল কৰিলে। অভাগিনী হেমলতাই একমাত্ৰ বৈবাহিক জীৱনৰ

স্মৃতি হেমন্তক বুকুত বান্ধি দেউতাকৰ গৃহলৈ উভতি আহিল। গাভৰু জীয়েকৰ এই অকাল বৈধব্য সহিব নোৱাৰিলে মাক দেউতাকে। দুয়ো মাথোঁ কেইমাহমান অগাপিছাকৈ হেমলতাক নিঠৰুৱা কৰি এই সংসাৰৰ পৰা বিদায় ললে।

ককায়েহতঁৰ মাজত হেমলতাই জীৱন অতিবাহিত কৰি আগবাঢ়ি গৈ থাকোঁতে হেমন্ত ক্ৰমান্বয়ে ডাঙৰ হৈ আহিবলৈ ধৰিলে। হেমন্ত উচ্চ শিক্ষিত হ'ব, সাহসী হ'ব, বাপেকৰ দৰে সাধু পুৰুষ হ'ব এই চিন্তাকে অহৰহ হেমলতাই কৰিছিল।

যথাসময়ত হেমন্তই ডিগ্ৰী পৰীক্ষাত সুকলমে উত্তীৰ্ণ হৈ চাকৰীৰ কাৰণে মন মেলিলে। হেমলতাই কিন্তু পুতেকক সিমানতে অধ্যয়নৰ পৰা বিদায় ল'ব খোজাত ভাল নেপালে। তেওঁৰ ইচ্ছা আছিল পুতেকে উচ্চ ডিগ্ৰী লোৱাৰ। পঢ়িবলৈ ইচ্ছা নকৰিলে জোৰ নাথাটে। এইকথা জানিয়েই মাকে আৰু অধিক আপত্তি নকৰিলে।

বহুত ঠাইত চাকৰীৰ বাবে হেমন্তই চেষ্টা কৰি অৱশেহত ইউৰোপীয়ান ফাৰ্ম এখনৰ জৰিয়তে এচিষ্টেণ্ট মেনেজাৰৰ পদ এটাৰ গৰাকী হৈ এদিন চম্পাজান বাগিছালৈ আহিল।

হেমলতাই জীৱন জুৰি বৈধব্য ব্ৰত অৱলম্বন কৰিব লগা হোৱাত হয়তো ভাবিছিল জন্মৰ বাবে প্ৰায়শ্চিত্ত হৈ গৈছে। হয়তো ভৱিষ্যতে হেমলতাৰ বাবে সুখৰ আলয় হ'ব! দৈন্যতা ব্যৰ্থতাই তেওঁক ভৱিষ্যতে আমনি নিদিব।

দিন এই দৰেই অতিবাহিত হৈ থাকোঁতে এদিন হেমলতাই

আদৰি আনিলে সবিতাক। চিৰ আকাঙ্ক্ষাৰ সেই বোৱাৰী-জনীক পাই হেমলতাৰ অন্তৰ আনন্দৰে উপচি পৰিল। নিজৰ সঞ্চিত গহনা-গাঠিৰে বোৱাৰীয়েকক সজাই হেমলতাই গৌৰৱ অনুভৱ কৰে।

কেতিয়াবাই শুকাই যোৱা হাঁহিৰ জুৰিটিলৈ যেন হাঁহিৰ প্লাৱন নামিল।

উকীল সমৰেন বৰুৱাৰ জীয়াৰী আছিল সবিতা। প্ৰৱেশিকা পৰীক্ষাত সফলতা লাভ কৰিব নোৱাৰি ঘৰতে বহুতদিন বহি শুই থকাৰ পিছত হেমলতাৰ চকুত পৰিল। অৱশ্যে ঘৰুৱা কাম বন আৰু বোৱা কটাত সবিতাৰ ধাপ আছিল। সবিতাক বোৱাৰী কৰি অনাৰ পিছতে হেমলতাই ঘৰখনি নিজৰ আদৰ্শৰ লগত খাপ খুৱাই সুখী আৰু আদৰ্শ পৰিয়াল গঢ়ি তুলিবৰ বাবে হেপাহ কৰিলে আৰু ইচ্ছা অনুসৰি চেষ্টাও কৰিছিল।

কিন্তু হেমন্ত যে অকলৈ থাকে। সেইবাবে হেমলতা আৰু সবিতা হেমন্তৰ লগত আহিল চম্পাজান বাগিছালৈ।

নতুন ঠাইত নতুন জীৱনে অৱশ্যে হেমলতাক আনন্দ নিদিয়াকৈ নাছিল। পুতেক বোৱাৰীয়েকৰ মিলা-প্ৰীতি দেখি মন তৃপ্তিত ভৰি পৰে। অতীতৰ বেদনা ভৰা স্মৃতিয়ে এতিয়া আৰু হেমলতাৰ মনটো বৰকৈ বিতত নকৰে।

কিন্তু হেমলতাৰ জীৱনৰ পৰিকল্পিত পথত কাঁইটৰ জোপোহা বন গজিল। হঠাতে হেমলতাৰ অন্তৰ বিদীৰ্ণ হৈ গ'ল যেতিয়া চাহ বাগানৰ চাকৰী বজায় ৰাখিবলৈ হেমন্তই দৈনিক ক্লাবঘৰলৈ

যাব লগা হ'ল, বিলাতৰ পৰা আমদানি হোৱা অশিক্ষিত ইংৰাজ বোৰৰ লগত যেতিয়া মিলি পৰিব্ লগা হ'ল হেমন্ত আৰু সবিতা। ইংৰাজৰ লগত কথা বতৰা হৈ মিল হোৱা বা ক্লাব ঘৰলৈ যোৱাত হেমলতাই বেজাৰ নেপাইছিল; কিন্তু যেতিয়া পুতেক বোৱাৰীয়ো ক্লাব ঘৰলৈ গৈ পশ্চিমীয়া নাচ গান আৰু সুৰাত মিহলি হৈ গ'ল তেতিয়াহে হেমলতাৰ অন্তৰ শোকে খুন্দিয়াবলৈ ধৰিলে।

প্ৰথমে এইবোৰ কথা শুনি হেমলতাই নিজৰ কাণকে বিশ্বাস কৰিবলৈ টানে পাইছিল। তাৰ পিছত যেতিয়া সন্দেহ হ'ল পুতেক বোৱাৰীয়েকক সাৱধান বাণী শুনাইছিল।

প্ৰত্যুত্তৰত হেমন্তই মাথোন কৈছিল-'আই যেতিয়া ইংৰাজৰ তলত গোলামী কৰিছোঁ তেতিয়া এনে চাল চলন নিদিলে চাকৰী নাথাকে।

তেনেকুৱা চাকৰী নকৰিলেও জানো হেমন্তৰ নচলিব ? তাৰ উত্তৰ দিব কোনে ?

হেমন্ত-সবিতাৰ অন্তৰত জ্ঞানৰ পোহৰ পেলাবলৈ দেহেকেহে হেমলতাই ভগবানক মিনতি জনায়। অসহায় বিধবাই তাত কৈ কিয়ই বা কৰিব পাৰে!

সেই দিনা সিমান নিশালৈকে পো-বোৱাৰী ঘৰলৈ উভতি নহা দেখি হেমলতা চিন্তাত অস্থিৰ হৈ পৰে। সন্ধিয়া হোৱাৰে পৰা দুপৰ নিশালৈকে বাহিৰ ভিতৰ কৰি চট্ফটাই বাহিৰৰ প্ৰকৃতিৰ প্ৰলয় নাচোনলৈ দৃষ্টি দি থাকোঁতে অদূৰত দেখা পায় হেমন্তৰ নীলা ৰঙৰ লেগুমাষ্টাৰখন।

আবেগ ভৰা চিত্তে হেমলতা বাৰাণ্ডালৈ আগবাঢ়ি যায়। কিন্তু যেতিয়া হেমন্ত আৰু সবিতাই মদ খাই অজ্ঞান হৈ যথাক্রমে ইংৰাজ মেনেজাৰ আৰু ড্রাইভাৰৰ গাত ভৰ দি মটৰৰ পৰা নামি আহে তেতিয়া হেমলতাৰ শৰীৰত দ্রুত গতিৰে কঁপনি উঠিল, চকুৰ পৰা ধাৰাসাৰে নামিল চকুলো। হেমলতাৰ ভাবিব পৰা শক্তি নোহোৱা হৈ যায়। পৃথিবীখন ভৰিৰ তলৰ পৰা যেন বহুত দূৰলৈ আঁতৰি গৈছেগৈ।

তেন্তে হেমলতাই এতিয়া কৰিব কি? ভগবানক প্রণিপাত নহয়! হয়তো সেই মুহূৰ্ত্তত হেমলতাই ভাবিছে পৃথিবীত প্রলয় হওক। পাপত ডুব যোৱা পম্পিয়াই যি দৰে ধ্বংস হৈছিল সেইদৰে এইখন পৃথিবীও ধ্বংস হৈ যাওক।

# দিগ্‌বলয়

পুৱাৰ বাহী বন শেষ কৰি এই মাত্ৰ পলাশে গাটো তিয়াই যৌতুক অনা ডাঙৰ দাপোন খনৰ সন্মুখত থিয় দিলেহি। তেতিয়াও তিতি থকা দীঘল ক'লা চুলিকোচাৰ পৰা টপ্‌ টপ্‌কৈ পানী পৰি তাইৰ পিঠি ফাল আৰু তাই থিয় দি থকা ঠাইডোখৰ তিতিছে। দাপোন খনত নিজৰ সুপুষ্ট যৌৱনৰ প্ৰতিবিম্বটো দেখি খন্তেকলৈ তাইৰ মনটো ভাল লাগি যায়।

এৰা, তাই দেখিবলৈ শুৱনি বুলি এসময়ত তাইৰ লগৰ-বান্ধৱীবোৰে তাইক কৈছিল। এতিয়াও তাইৰ লাৱণ্য অলপো কমা নাই তাই অনুভৱ কৰে।

হঠাৎ মনত পৰি যায় যোৱা নিশাৰ সেই অমঙ্গলীয়া মুহূৰ্ত্তটোলৈ। লগে লগে তাইৰ কপালৰ শিৰ কিডাল কোচ খাই আহে। গম্ভীৰৰ প্ৰতি তাইৰ আকৌ খং উঠি যায়।

অৰুৰ ৰাতিপুৱা স্কুল। সি স্কুললৈ যোৱা বুলি পলাশে জানে। কিন্তু গম্ভীৰ!

গম্ভীৰ ক'লৈ গ'ল তাই সঠিক নাজানে কিন্তু ওলাই যাওঁতে তাই দেখিছিল—অফিচৰ কেইটামান ফাইল গম্ভীৰে হাতত লৈ গৈছে। গতানুগতিক ভাবে দিন আৰম্ভ হোৱাৰ পিছতো পলাশৰ অশান্ত মন প্ৰশান্ত হোৱা নাই।

চিৰদিন নিৰ্ব্বিকাৰ এই গম্ভীৰটোৰ প্ৰতি তাইৰ যেন আক্ৰোহ বাঢ়ি যায়। যোৱা নিশাও তাই গম্ভীৰক যথেষ্ট কথা

শুনাইছে। বিবাহিতা পত্নী হল বুলিনো, তাই আৰু কিমান আশা-আকাঙ্ক্ষা দমাই ৰাখিব !'

তাহানিয়ে দিয়া দৰ্খাস্তখনৰ উত্তৰ আজিলৈকে নাহিল। শুনাই চোন আৰু এখন দিওঁ—এইবোৰ যেন একো কথাই নহয়, নিৰ্ব্বিকাৰ মানুহজনে ভাবে।

বিয়াৰ আগে আগে—বিয়াৰ পিছতো তাই কত ৰামধেনু বুলিয়া সপোন ৰচিছিল ! তাইৰ গিৰিয়েক গম্ভীৰ সম্মানীত বিষয়া হ'ব, মাহেকৰ মূৰত তাইৰ হাতত গম্ভীৰে গধুৰ দৰ্ম্মহা খিনি তুলি দিব !

অৰুৰ তেতিয়াও জন্ম হোৱা নাছিল। ভাবী সন্তানৰ মধুৰ আৰু উজ্জ্বল ভৱিষ্যতৰ কল্পনা কৰি কত জোনালী নিশা সেই শেৱালি জুপিৰ তলত থকা সেউজীয়া ঘাঁহনি ডৰাৰ ওপৰত বহি সিহঁতে গঢ়িছিল আশাৰ সৌধ।

অৰুৰ জন্ম হ'ল। শেৱালিও বহুত বাৰ ফুলিল আৰু মৰহি গ'ল—বছৰৰ ডেওনাবোৰ গচকি অৰুটোও পাঁচবছৰীয়া হলহি। কিন্তু সিহঁতে সিহঁতৰ স্বপ্নক বাস্তৱৰ ৰূপ দিবলৈ এতিয়াও সক্ষম হোৱা নাই। তাইৰ লগৰে পূৰবী। যিদিনা পূৰবী বিয়া হোৱাৰ পিছতে স্বামীৰ লগত আমেৰিকালৈ ৰাওনা হোৱাৰ খবৰ পালে সেই দিনা পলাশৰ মনটো গধুৰ হৈ পৰিছিল। কিয়নো ছাত্ৰী জীৱনত কোনো কথাতেই পূৰবীয়ে পলাশক হোহোঁকাই থ'ব নোৱাৰিছিল। পলাশ পঢ়াশুনাত ভাল আছিল। গান গাই কলেজত যথেষ্ট জনপ্ৰিয়তা অৰ্জ্জন

কৰিছিল—আৰু পূৰবীতকৈ পলাশ অধিক শুৱনি আছিল। পলাশৰ সকলোতকৈ দুখ লাগিল এইবাবেই যে গম্ভীৰ পূৰবীৰ গিৰিয়েকতকৈ অধিক শিক্ষিত আছিল।

গম্ভীৰৰ ওকালতিত সদনাম আছে। কিন্তু অৰ্থ উপাৰ্জ্জন সেইদৰে নহৈছিল। গৰীব নিঃস্ব মক্কেলবোৰক মাৰি ধনী হোৱাৰ বিলাস গম্ভীৰৰ নাছিল। হয়তো এই প্ৰবৃত্তি ভগবানে গম্ভীৰক দিয়া নাছিল।

কেতিয়াবা গম্ভীৰে পলাশক কয়, 'বুজিছা পলাশ, আমি লোকক ঠগি খাব নোৱাৰো বাবেই আমাৰ এই অৱস্থা।"

নিজৰ একমাত্ৰ সন্তান আৰু গাভৰু পলাশক সুখত ৰাখিব নোৱাৰি হয়তো গম্ভীৰ অনুতপ্ত, কিন্তু কিবা যেন গম্ভীৰৰ মনত সংকল্প—এই সংকল্পৰ পৰা যেন গম্ভীৰ আঁতৰি নাহিব! পলাশে কি বুজে নাজানো। তাই কিন্তু যোৱা নিশাৰ ঘটনাটো এতিয়াও সমূলি পাহৰিব পৰা নাই।

গম্ভীৰৰ লগৰে উকীল এজনৰ ভনীয়েকৰ বিয়া আছিল যোৱা নিশা। গম্ভীৰে অতি যতনেৰে পৰিপূৰ্ণ সেন্দূৰৰ টেমা এটা ধুনীয়াকৈ বান্ধি পলাশৰ হাতত দি ক'লে, এইটো উপহাৰকে বিজয়াৰ হাতত দিবা। এনে সাধাৰণ উপহাৰ দিবলৈ পলাশে ভয়ঙ্কৰ ভাবে আপত্তি কৰিলে। গম্ভীৰে পলাশক বুকুৰ মাজলৈ চপাই লৈ ক'লে, পলাশ কোৱাচোন হিন্দু আয়তীৰ কাৰণে অধিক মূল্যৰ সম্পদ সেন্দূৰৰ বাহিৰে এই পৃথিবীত কিবা আছেনে?

পলাশৰ ভ্ৰম আঁতৰিল। এই সেন্দুৰখিনিতকৈ হিন্দু আয়তীৰ কাৰণে অধিক মূল্যৰ সম্পদ পৃথিবীত একো নাই।

ফাগুনৰ পচোৱাৰ লগতে নামি অহা জোনালী সন্ধিয়াও সাজ পোছাক পিন্ধি আনন্দ মনেৰে ওচৰৰে অমূল্যনাইঁতৰ লগত পলাশে বিজয়াইঁতৰ ঘৰলৈ খোজ বঢ়ালে।

আন দহজনী ছোৱালীৰে পৰিবেষ্টিত হৈ সুসজ্জিত মৰলৰ ওচৰত বিজয়া বহি আছিল। পলাশে বৰ উৎফুল্ল চিত্তে উপহাৰটো বিজয়াৰ হাতত দিলে। বিজয়াইও উপহাৰটো হাত পাতি ল'লে।

কিন্তু লগৰ কিজনীয়ে "কি দিলে চাওঁ" বুলি টেমাটো বিজয়াৰ হাতৰ মুঠিৰ পৰা উলিয়াই আনি ক'লে—"অ' এইটোকে তই হ'বলা হাতৰ মুঠিত লুকুৱাইছ? আমি আকৌ উপহাৰটোৰ চেহেৰা দেখি সোণৰ আঙঠি বুলিহে ভাবিছিলো।" লগে লগে আটাই কেউজনীয়ে হাঁহি টেমাটো মৰলৰ ওচৰত অৱজ্ঞাৰে পেলাই থ'লে।

সেই মুহূৰ্ত্তত পলাশৰ অনুমান হ'ল যেন পৃথিবীত প্ৰলয় হৈছে। কোনোৰকমে তাই একো নোখোৱা নোবোৱাকৈয়ে ঘৰলৈ উভতিল। সঁচা, তাই যে কি উপহাৰটো দিছিলগৈ বিজয়াৰ হাতত! দুখ-শোকে তাইক হেঁচা মাৰি ধৰিলে। কান্দি কান্দি শোৱা পাটিখনত পৰি থাকিল তাই।

এই এটা মানুহৰ বাবে তাইৰ জীৱনলৈ অকালত আহি গৈছে বৈৰাগ্য। খোৱা-বোৱা দুখৰ কথা একো নহয়। কিন্তু

সমাজত এনেদৰে অপমানিত হোৱাটো কিমান যন্ত্ৰণা-দায়ক !

কৌতূহলচিত্তে পৰম চেনেহৰে গম্ভীৰে সুধিলে 'পলাশ কান্দিছা কিয় ? মোক কোৱাচোন ! কোনোবাই কিবা কলে'নকি তোমাক ?'

বহুত পৰ নিতাল মাৰি থকাৰ পিছত পলাশে ক'লে, 'মোৰ কিটো হোৱা আপুনি দেখিলে ? নিজৰ ইজ্জত নাইকিয়া হ'ল বুলি মোৰো নোহোৱা হ'বনে ? ইমান যদি সম্ভ্ৰম ৰাখি চলিব নোৱাৰে তেন্তে মোক বিয়া কৰাইছিল কিয় ? পলাশৰ তীব্ৰ স্বৰে গম্ভীৰৰ কলিজালৈকে বিন্ধিলে। পলাশৰ উচ্চাৰিত প্ৰতিটো শব্দই বজ্ৰৰ দৰে বাজি উঠিল গম্ভীৰৰ কৰ্ণকুহৰত। উদাসচিত্তে গম্ভীৰ তাইৰ ওচৰৰ পৰা আঁতৰি আহিল।

সেই নিশা চকুলৈ জুই নগল—লক্ষ্মী থাপনাত নজ্বলিল বন্তি। অৰুৰ হাতত ডুটুকুৰা ৰুটি আৰু এগিলাচ গাখীৰ গম্ভীৰে তুলি দিলে। মহা নীৰৱতাৰ মাজেদি অৰুৱে বিষন্ন মনেৰে বাপেকে দিয়া আহাৰ খালে। গম্ভীৰে তাক মৰম কৰিলে কিন্তু কথা ক'ব নোৱাৰিলে একোকে। হয়তো বাকশক্তি লোপ পাইছিল গম্ভীৰৰ।

বিয়া কৰোৱাৰ কৈফিয়ৎ আজি পলাশে বিচাৰিছে। সিওটো বহুত আশা কৰিয়েই পলাশক বিয়া কৰাই আনিছিল। তাৰ বিদ্যা আছে, বুদ্ধি আছে, ৰূপ আছে আৰু আছে স্বাস্থ্য। এতিয়াও তাৰ সন্মুখত উজ্জ্বল ভৱিষ্যত পৰি আছে।

লোকক মাৰি খাবলৈ তাৰ বিবেকে নকয়। নগৰৰ গম্ভীৰ ভিতৰত থাকি সি যি ধন আৰ্জ্জিব পাৰে সেয়েই তাৰ প্ৰাপ্য। ঘৰ চলিলেও মন নচলে। কিন্তু উপায়?

উচুপি উচুপি শুই পৰা পলাশৰ শোৱা খাটখনৰ আঠুৱাখন পেলায় দি উদাস চিত্তে চাই ৰ'ল সম্মুখৰ খিৰিকীয়েদি দ্বিতীয়াৰ জোনটোলৈ। হয়তো হেজাৰ হেজাৰ দম্পতিয়ে সেই জোনটোৰ পৰা নিজৰি পৰা জোনাকবোৰত ৰচিছে সৰগ। আৰু সি?

এদিন সিওটো পলাশক এনে এটি মুহূৰ্ত্তত জনাইছিল প্ৰাণৰ নিৱেদন। আজি সি অভুক্ত অনাহাৰে পৰি থাকিল অনাদৃত ভাবে শোৱা পাটিখনত। অকটো তেতিয়া গভীৰ টোপনিত। তাক বুকুৰ ভিতৰলৈ চপাই আনিলে গম্ভীৰে।

পুৱা টোপনি যেতিয়া ভাগে পলাশে দেখে গম্ভীৰ তেতিয়াও নিদ্ৰাচ্ছন্ন। যোৱা ৰাতিৰ দুৰ্ঘটনাটোৰ কথা মনত পৰি তাইৰ আকৌ খং উঠি যায়।

শুই থকা অকটোক জগাই দি পলাশ উচাত মাৰি বাহিৰলৈ ওলায় যায়।

গম্ভীৰে সাৰ পাই দেখে বেলি ভালেখিনি হ'ল। মনটো তেতিয়াও ৰিঙা ৰিঙা যেন লাগি থাকে গম্ভীৰৰ। পলাশৰ অভিমান আঁতৰিল নে সন্দেহ! হাত মুখ ধুই ৰান্ধনী ঘৰলৈ গৈ গম্ভীৰে গম পায় পলাশ তেতিয়াও যে গৰম। গম্ভীৰ ৰান্ধনী ঘৰত সোমোৱাৰ লগে লগে কাঁহী বাটিৰ থেকেচনি চৰিবলৈ ধৰিলে। নিটাল মাৰি চাহটোপা পাবলৈ গম্ভীৰ বহি থাকিল।

কিছু সময় বৈ থকাৰ পিছত পলাশে চাহ আৰু পাউৰুটি আনি সম্মুখত থলেহি। চাহ' খৈ যাব খোজোতেই গম্ভীৰে আকুল হেপাহেৰে পলাশৰ হাতত ধৰি মিনতি ভৰা সুৰেৰে ক'লে খং মাৰ যোৱা নাইনে ?” পলাশে হাতখন এছাৰ মাৰি এৰুৱাই গুচি গ'ল। পলাশৰ ৰূঢ় ব্যৱহাৰে গম্ভীৰৰ অন্তৰত প্ৰবল ভাবে আঘাত দিলেও হিমালয়ৰ দৰে অটল হৈ থাকিল গম্ভীৰ।

ইয়াৰ পিছতে গম্ভীৰে ফাইলটো লৈ ওলাই গ'ল। বাহী-বন শেষ কৰি পলাশে গাটো তিয়াই চুলিখিনি ফণিয়াই দাপোনত নিজৰ চেহেৰা চাই বৰ হেপাহেৰে ললে সেন্দূৰৰ তেজী-ৰঙা ফোঁটটো। তাইৰ কপালখনত ফোঁটটো জুইৰ অঙঠাৰ দৰে জ্বলি উঠিল। সেওঁতাত সেন্দূৰৰ নিমজ ৰেখাডাল বোলাব খোজোতেই ডাকোৱালে সহাৰি দিলে—'চিঠি আছে'—তাই সেন্দূৰ সেওঁতাত নিদিয়াকৈয়ে দৌৰি আহি চিঠিখন হাতত ললে।

চিঠিখন হাতত লোৱা মাত্ৰকে তাইৰ বুকুত সৃষ্টি হ'ল—অনুকম্পা। চিঠিখন খুলি চাই ক্ষীপ্ৰ গতিৰে তাই পঢ়ি জানিলে গম্ভীৰক হাকিমৰ পদত মকৰল কৰা হৈছে। সেই তাহানি খনেই দিয়া দৰ্খাস্তখনৰ এয়া উত্তৰ তাই ভাবিলে। গম্ভীৰক এই সু খবৰটো দিবলৈ তাই ব্যাকুল হ'ল। কিন্তু গম্ভীৰ কত? ইতিমধ্যে অৰুৰ স্কুল ছুটি হলেই। অৰুক দেখা মাত্ৰকে পলাশে তাক ক'লে 'অৰু, দেউতাৰলৈ এইখন চিঠি ছিলঙৰ পৰা আহিছে। বুজিছ দেউতাৰ হাকিম হৈছে। আমি আৰু

এনেকৈ দুখত দিন নিয়াব নেলাগিব। তোক মই এখন বিজয়াৰ ভায়েকৰ নিচিনা চাইকেল কিনি দিম দেই।'

অকণমান লৰাটোৱে বুজিলে যোৱা নিশাৰ দৰে মাকৰ এতিয়া খং নাই। বৰং তাক এখন চাইকেল কিনি দিম বুলি হে কৈছে তাৰ বৰ ৰং লাগিল।

গম্ভীৰলৈ বাট চাই চাই তাই পদূলি পালেহি। কেতিয়া বেলি লহিয়ালে তাই ক'ব নোৱাৰিলে, তাইৰ চকুজুৰিয়ে গভীৰ নীলা দিগ্‌বলয়লৈ আকুলভাবে চাই থাকিল। বেলি ক্ৰমে ক্ৰমে পশ্চিম প্ৰান্তলৈ লহিয়ালে। বেলিটোৰ পৰা বাগৰি অহা ৰঙা পোহৰখিনি তাই পুৱা কপালত লোৱা ফোঁটটোৰ দৰেই জ্বলি উঠিছিল।

গম্ভীৰৰ গৃহ ইতিমধ্যেই সমাগত লোকেৰে উপচি পৰিছে। হয়তো পলাশে ভাবিছে গম্ভীৰে হাকিম পদবী লাভ কৰাৰ বাবে গম্ভীৰক অভিনন্দন জনাবলৈ আহিছে। কিন্তু পলাশৰ ধাৰণা ভুল। তেওঁবিলাক আহিছে গম্ভীৰে হঠাৎ মটৰ দুৰ্ঘটনাত মৃত্যু বৰণ কৰিব লগা হোৱাৰ কাৰণেহে। তাই আৰু শিৰত সেন্দুৰ বোলাবলৈ নেপালে।

তাই হয়তো আজিও সেই দিগবলয়ৰ নীলাখিনিলৈ বৰ হেপাহেৰে চাই আছে য'ৰ পৰা আহি গম্ভীৰে তাইক বৰ চেনেহেৰে মাতিবহি "পলাশ"।

# মাটিৰ মৰম

নবীনৰ মন-দাপোনত অতীতটো কেতিয়াবা ভাহি উঠে। পৃথিবীখন যিমানে পুৰণা হৈ গৈছে তাৰ অন্তৰত স্মৃতিবোৰেও সিমানে পুষ্টি লাভ কৰিছে। মধুময় ছন্দেৰে ভৰা ফুল কুমলীয়া অতীতটোক লৈ স্মৃতিয়ে আহি সৃষ্টি কৰে তাৰ অন্তৰত জোৱাৰৰ।

তাৰ বয়স তেতিয়ে সাত কি আঠ বছৰ হ'ব। তাৰ বয়সৰ চহৰৰ লৰাই হয়তো তেতিয়া খেল পথাৰত দোলনা খেলোতে দিন অতিবাহিত হয়। তাৰ কিন্তু সেই বয়সৰে পৰা মৰিবলৈও আহৰি নোহোৱাৰ নিচিনা। তাৰ ঘৰখন আত্মীয় স্বজনেৰে চিৰকাল ভৰপূৰ। গাওঁৰ আন দহজন চহাৰ দৰেই সিহঁতৰো জীৱন। পথাৰৰ ধান, গোহালিৰ গৰু, বাৰীৰ পাণতামোল, শাক-পাচলিৰে গৃহস্থী আছিল চিৰকাল ভৰপুৰ। সিহঁতৰ স্বাৱলম্বী আৰু আত্ম-বিশ্বাসী স্বভাৱে সিহঁতলৈ আনিছিল অনাবিল সুখ-শান্তি। তাৰ পিতাক-দদায়েকহঁতে নাঙল, যুৱলি আৰু হালৰ গৰু লৈ ৰ'দ বৰষুণ নগণি পথাৰলৈ যোৱা দৃশ্য সি কোনোকালে পাহৰিব নোৱাৰে।

আহাৰ-শাওণমহীয়া ওপৰত বৰষুণৰ পানী লৈ তলত একাঠু বোকা খচকি তাৰ পিতাক দদায়েকহঁতে মাটিত সোণ গজাবলৈ প্ৰয়াস কৰিছিল। মাটি চহোৱা কাম নেথাকিলে ভঁৰাল ঘৰটো, বা বাৰীখনকে তাৰ পিতাকহঁতে চিকুণোৱা সি দেখিছিল।

মাহেকে পষেকে গৰুৰ গাড়ীখন লৈ চহৰলৈ ধান চাউল বেচা কিনা কৰিবলৈ আহোঁতে সিও প্ৰায় জনা হোৱাৰে পৰা লগত আহিছিল। ওৰে নিশা যেতিয়া সিহঁতৰ গাড়ীৰে পিয়লি, নদাইহঁতৰ গৰু গাড়ীবোৰৰ লগতে একে শাৰীতে সিহঁতৰ গাড়ীখনো চহৰলৈ আগ বাঢ়ে তাৰ মন তেতিয়া আনন্দেৰে উপচি পৰিছিল। হালবোৱা, কঠিয়া ৰোৱা, ধান দোৱা, মৰণা মৰা, আদি প্ৰতিটো কথাকে সি দেখি আহিছে। এই কামখিনিৰ লগত তাৰ অন্তৰৰ পৰিচয় নিচেই কেচুৱাকালতেই হৈ গৈছে। আৰু সেই কাৰণেই সি তাৰ পথাৰখনক তাৰ প্ৰাণতকৈয়ো অধিক মৰম কৰে।

দদায়েক, পিতাকহঁত যেতিয়া খেতিৰ কামত আৰম্ভ হয়তো তেতিয়া সি যাব লাগে গৰুৰ পাল লৈ কোনোবা বন বিৰিণা, কপৌলতা, মাহুদিলতাৰে উপচি থকা পাতল হাবিয়নিলৈ। মকৰা ফুলৰ গোন্ধেৰে প্লাবিত হৈ থকা হাবিখনৰ প্ৰতিজোপা গছ যেন তাৰ চেনেহৰ, প্ৰতি জোপা জুবৰী যেন তাৰ বুকুৰ মণ্ডহ! তাৰ শৈশৱৰ আনন্দৰ ফাকুবোৰ যেন এই গছ বিৰিণাত আজিও বিৰাজমান। বেলিটো ক্ৰমান্বয়ে ৰঙা হৈ পশ্চিম দিগন্তলৈ লহিয়ায়। জেউতি ম্লান হৈ অহাৰ লগে লগে সিও হয়তো তাৰ লগৰীয়াবোৰৰ সৈতে উভতি আহিব লাগে নিজৰ ঘৰখনিলৈ। উভতি আহোঁতে নীলাভ মেঘৰ মাজে মাজে সৰালিৰ জাক, বগলীৰ জাক, হাইঠাৰ জাক দেখি সমনীয়াহঁতে

সমস্বৰে চিঞৰি উঠা শব্দে আজিও যেন তাৰ কৰ্ণকুহৰত প্ৰতিধ্বনি কৰিব লাগিছে। এদিন তাৰ এই সুখৰ জীৱনৰ অন্ত পৰিল। কিয়নো লৰাই যুগৰ লগত খাপ খাব লাগিব। সেই বাবেই জোৰকৈ গাৱঁৰ পাঠশালা স্কুলখনত দেউতাকে তাক ভৰ্ত্তি কৰি দিলে। উপায় কি? চকুলো তাৰ প্ৰতিৰোধ কৰিব পৰা শক্তি নহ'ল। তথাপি সি দেউতাকৰ অবাধ্য হ'ব নোৱাৰিলে। ঘৰখনৰ এশ-এটা কামৰ মাজৰ পৰা সি পাঠশালালৈ যাবলৈ সময় উলিয়াব লগা হ'ল। সি এতিয়া গৰুৰ পাললৈ পথাৰলৈ যাব নেলাগে। কিয়নো দেউতাকৰ আৰ্থিক অৱস্থা উন্নত হৈছে। তেওঁ এতিয়া গৰু ৰাখিবলৈ মানুহ ৰাখিছে। কিন্তু তথাপি তাৰ কাৰণে তাৰ ঘৰখনত বহুত কাম তেতিয়াও আছে। খুৰীয়েক জনীৰ পিত্তৰ দোষ। সিয়েই শিলিখাতলিলৈ গৈ দেবেন বেজৰ পৰা দেৱাই-পানী আনি খুৰীয়েকক খুৱাইছিল। চহৰৰ পৰা সূতা, তেল সিয়েই আনিবগৈ লাগিছিল। চহৰলৈ যাওঁ বুলিটো যাব নোৱাৰি। পাৰ হ'ব লাগিব সোৱণশিৰী। আজি কাৰোবাৰ ঘৰত শৰাধ—'হয়তো নবীন ভইয়ে লেঠাটো মাৰি আহগৈ।' এইবোৰেই তাৰ লেখ নাইকিয়া কামে। এইবোৰৰ মাজেদি সি পাঠশালালৈ অহা যোৱা কৰিছিল। গাৱঁৰ এই ক্ষুদ্ৰ পাঠশালাটোৰ জৰীয়তেই আজি সি সভ্য জগতৰ পোহৰ দেখিবলৈ সমৰ্থ হৈছে। পোহৰ নিবিচাৰে কোনে?

গাওঁখনিৰ প্ৰতিটো ঘটনাৰ লগত নবীনৰ নিবিড় সম্বন্ধ। সি ডাঙৰ হৈ আহিল। তাৰ বাপেক, দদায়েক, খুৰীয়েক কেইমাহমান মাথোঁ আগপিছাকৈ ইতিমধ্যে ঢুকাইছে। তাৰ মৰমৰ খুৰীয়েকজনীৰ অভাৱটো সি ববকৈ অনুভৱ কৰে। তাৰ এতিয়াও মনত পৰে প্ৰথমবাৰ যেতিয়া নগৰৰ হাইস্কুলত পঢ়িবলৈ বুলি সোঁৱণশিৰীত নাও মেলি দিয়ে তেতিয়া তাৰ খুৰীয়েকজনীয়ে উচুপি উচুপি কন্দাৰ কথা। কিয় জানো তাৰ মাকতকৈ খুৰীয়েকজনীৰ প্ৰতি আকৰ্ষণ আছিল অধিক। আজিও সি ৰংদৈঘাটৰ পৰা সোঁৱণশিৰীত পাৰি দিয়ে কিন্তু কেনেকৈ উচুপি উচুপি তাৰ কাৰণে কোনেও নাকান্দে।

প্ৰতি বছৰে সি পোহৰ বিচাৰি যায়। বিশ্ববিদ্যালয়ৰ উচ্চ জখলাৰ পৰা সি উভতি চায় সোঁৱণশিৰীৰ পাৰত থকা তাৰ মৰমৰ নিৰ্জ্জু ভায়েক ভনীয়েকহঁতলৈ। সি ভাবে সিহঁতকো এদিন মানুহ কৰিব লাগিব।

আজি সি ডিব্ৰুগড় কলেজৰ অধ্যাপক। হাজাৰ হাজাৰ ডেকা গাভৰুক পোহৰৰ সন্ধান দিয়াই আজি নবীনৰ প্ৰধান কাম। ইমান ব্যস্ততাৰ মাজতো বন্ধৰ সুবিধা লৈ সি ৰংদৈ ঘাটলৈ আহিছিল।

বতৰ হ'লে মাটি চহাইছিল—যেনেকৈয়ে এদিন তাৰ বাপেক দদায়েক হ'তে চহাইছিল। এতিয়া সি মাটি চহাইছে এদিন তাৰ লৰাই চহাব। অকল পোহৰ বিচাৰিলেই নহ'ব।

মাটিৰ বুকুত ফুলাব লাগিব যেনে ফুল। সেই ফুলেৰে গঢ়িব লাগিব মানুহৰ জীৱন।

সৌভাগ্যই হওক বা দুৰ্ভাগ্যই হওক নবীনে বিয়া কৰালে ডুমডুমাৰ টেক্স-ইন্সপেক্টৰ বিনয় দাসৰ গাভৰু জীয়েক সৰোজক। ডুমডুমাৰ পৰা বংদৈঘাটলৈ আহি নবীনহঁতৰ গাৱঁলীয়া ঘৰখনৰ পৰিবেশটো মানি লবলৈ টান পালে। চহৰৰ এজন ধনী বিষয়ীৰ ছোৱালী সৰোজ—এই গৰ্ব্বই তাইক নবীনহঁতক পৰা দূৰলৈ ঠেলি দিলে।

তাই নবীনহঁতৰ ঘৰখনক, যি ঘৰখনৰ বুকুত সোমাই আছে মৰমৰ মৌকোঁহ, তাক তাচ্ছিল্য কৰা দেখি নবীনৰ বুকুত বিষ উঠিল। তাতোকৈয়ো তাৰ অন্তৰত মৰ্ম্মান্তিক আঘাত লাগিছিল যেতিয়া সৰোজে নবীনৰ নিজৰ চেনেহৰ আত্মীয় স্বজনক অৱজ্ঞা কৰা দেখিলে। এই আপোন মানুহ-বোৰে তাৰ ঘৈনীয়েকজনীৰ বাবে কিমান ব্যাকুল হৈ আছিল। তাৰ নিশকটিয়া মাকজনায়ে প্ৰথম বোৱাৰীয়েকজনীৰ বাবে কিমান হেপাহেৰে মেখেলা ৰিহাত বুতা কৰি ৰাচিছিল। কিমান আশাৰে এপদ এপদকৈ গোটাইছিল কেৰু, মণি, থুৰিয়া, মুঠিখাৰু!

প্ৰথমে সি সৰোজৰ চালচলন দূৰৰ পৰা নিৰীক্ষণ কৰিছিল। সি এইটোও জানিছিল যে নবীনে পথাৰত মাটি চহোৱা কামটো সৰোজে অন্তৰেৰে ঘৃণা কৰিছিল। কিন্তু এনেকৈ নবীনে সহ্যই বা কৰিব কিমান দিন? সেইহে ক্ৰমে ক্ৰমে

সৰোজক বুজনি দি নবীনে ক'বলৈ ধৰিলে 'বুজিছা সৰোজ! মাটি নোহোৱাকৈ মানুহ যেনেকৈ জীয়াই থাকিব নোৱাৰে তেনেকৈ মৰম নোহোৱাকৈও মানুহ জীয়াই থাকিব নোৱাৰে।

তুমি যদি মাটিক মৰম কৰিব নোৱাৰা তেন্তে জীয়াই থকাৰ আনন্দই বা কিদৰে পাবা? মাটিতে আমাৰ জনম, মাটিৰে আমি প্ৰতিপালিত, শেষত মাটিতে আমি মিহলি হৈ যাম। এই মাটিৰ লগত আমাৰ সম্বন্ধ জন্ম জন্মান্তৰৰ, এই মাটিক অৱজ্ঞা কৰাটো মহা পাপ। মই যেতিয়া মাটি চহাও তেতিয়া তুমি মোক উৎসাহ দিবা। তোমাৰ পৰা লাভ কৰা উৎসাহে মোৰ সৃজনী শক্তি বঢ়াব। মোৰ মাটিত তেতিয়া ফুলিব অযুত অযুত সোণৰ ফুল। আৰু মোৰ এই আত্মীয় স্বজন! ইহঁতক তুমি ভাল পাবলৈ শিকিব লাগিব। কাৰণ ইহঁতৰ লগত মোৰ সম্বন্ধ অচ্ছেদ্য।"

সৰোজে কি বুজিলে নাজানো, কিন্তু তাইৰ মুখমণ্ডলৰ পৰা কোনো আশ্বাস পোৱাৰ আশা দেখা ন'গল।

নবীনৰ অন্তৰত আঘাত লাগে। এদিন তাৰ ছুটিও শেষ হয়। ডিব্ৰুগড়লৈ সি অকলশৰে গুচি আহিল। তাৰ অন্তৰৰ সেউজবোৰত যেন ৰঙাকুল কোনোকালে নুফুলিব! হতাশত তাৰ মন বিকল হৈ যাব খোজে।

মাকৰ পৰা চিঠি পায় নবীনে। মাকে জনায় সৰোজে ভায়েকক অনাই সি তাৰ পৰা অহাৰ পিছতে বাপেকৰ ঘৰলৈ গুচি গৈছে।

শান্তিপূৰ্ণ জীৱনটোত আউল লাগি যায়। কিয় সি বিয়া কৰাইছিল ধিক্কাৰ লাগি যায় তাৰ।

ইয়াৰ কেই সপ্তাহমান পাছতে সৰোজৰ দেউতাকে তাক ডুমডুমাকৈ মাতি চিঠি দিয়ে। কিন্তু নবীনে ইতিমধ্যে স্থিৰ কৰি পেলাইছে যেতিয়ালৈকে সৰোজ নিজৰ ভুলৰ বাবে অনু-শোচনাত দগ্ধ নহয় তেতিয়ালৈকে সৰোজৰ ছাঁটোও স্পৰ্শ নকৰে। শিলৰ দৰে তাৰ হিয়াখন টান হৈ যায়। মাকে তালৈ বাৰে বাৰে লিখে, 'বোপাই তই অকলৈ থকাটো ভাল নেদেখি। ছোৱালীজনী নিবলৈ কাৰবাৰ কৰ।'

দেহি, কিমান মৰম তাৰ মাকজনীৰ। এই মাককেই সৰোজে অৱজ্ঞা কৰি এই মাকৰ বুকুৰ পৰাই তাক কাঢ়ি লৈ যাবলৈ কিমান প্ৰচেষ্টা চলাইছে! মাকৰ এই নিস্বাৰ্থ মৰম দেখি শ্ৰদ্ধাত তাৰ শিৰ দোঁ খাই যায়।

এদিন তাৰ এই মাকজনীও মাটিত মিহলি হৈ যাব। কিন্তু মাকে পথাৰে সমাৰে সিঁচি থৈ যাব তেওঁৰ কলিজা ভেদ কৰি ওলোৱা কেঁচা মৰমৰ কণিকাবোৰ।

নবীনে সৰোজলৈ লিখে—

তোমালোকৰ দৰে শিক্ষিতা ছোৱালীবোৰে গাওঁখনৰ বাহিৰত থাকিবলৈ বিচৰাতো স্বাভাৱিক। তোমাৰ দেউতাৰ ধনী তাতে চৰকাৰৰ এজন উচ্চপদস্থ বিষয়া। মোৰ দৰে হোজা এজনলৈ তোমাক দি দেউতাৰে মহা ভুল কৰিলে। কাৰণ মই হাড়ে হিমজুৰে কৃষক। তুমি আমাৰ গাৱঁৰ জীৱনক উপেক্ষা

কৰিলা। কিন্তু তুমি ভাবি চাইছানে, চহৰৰ মানুহ আমাৰ দৰে কৃষকবোৰ নথকা হ'লে জীয়াই থাকিলহেঁতেন বুলি ?

গাৱঁৰ হেজাৰ হেজাৰ কৃষকে দেহা মাৰি মাটিত ফুলাইছে সোণফুল। সেই সোণ ফুলেৰেই তোমালোকৰ জীৱন নিৰ্ম্মিত। গাৱঁৰ এই কৃষক বন্ধুৱাৰ দল-জাতিৰ মেৰুদণ্ড বুলিলে তুমি অবিশ্বাস কৰিবানে ? আমাৰ দৰে কৃষকবিলাকক এই হাড়-ভঙা পৰিশ্ৰম কৰিবলৈ যদি মোৰ আই-বাই-ভনীহঁতে প্ৰেৰণা নিদিলেহেঁতেন তেন্তে দেশবাসী কি উপায়েৰে জীয়াই থাকিলে-হেঁতেন। মানি লৈছো আমাৰ জীৱন যাত্ৰাৰ প্ৰণালী বিজ্ঞান সন্মত নহয়। তথাপি তোমালোকৰ দৰে শিক্ষিতা ছোৱালী-বোৰে আমাৰ দোষবোৰ শুধৰাই আমাক আঁকোৱালি লোৱাটোহে উৎকৃষ্ট উপায়। যেই হওক মাটি মই চহাম। তুমি ইচ্ছা কৰিলে মোৰ আইৰ ওচৰলৈ যাব পাৰা।"

চিঠিখন ডাকঘৰত দি থৈ আহি তাৰ মনটো পাতল লাগি যায়। ইয়াৰ কেইদিনমানৰ পিছতে খবৰ আহিল তাৰ মাক অসুস্থ। মাকৰ জ্বৰ ক্ৰমান্বয়ে বাঢ়ি যায় নবীন আৰু তাৰ ভায়েক-ভনীয়েক হতে আপ্ৰাণ সেৱা শুশ্ৰূষা কৰে শয্যাশায়িনী মাকৰ। এই খবৰ ঘৰৰ একমাত্ৰ বোৱাৰী সৰোজলৈ দিয়াৰ কোনেও প্ৰয়োজন বুলি নেভাবিলে।

কিন্তু সৰোজে এই খবৰ নোপোৱাকৈ নাথাকিল। ইতি-মধ্যে তাই জ্ঞান লাভ কৰিছে। বাপেকক লগত লৈ খৰ খৰকৈ তাই আহিল শাহুৱেকৰ ওচৰলৈ। সৰোজৰ এই অপ্ৰত্যাশিত

আগমনে কাৰো অন্তৰত আলোড়নৰ সৃষ্টি নকৰিলে। অথচ কোনেও তাইক অনাদৰ নকৰিলে। নবীন পুনৰ তাইৰ পৰা নির্ম্মম ব্যৱহাৰ পাবলৈ সাজু হ'ল।

পিছদিনা জীয়েকক তাত থৈ বাপেক বিষন্ন মনেৰে ঘৰলৈ উভতি গ'ল।

ক্রমান্বয়ে নবীনৰ মাকৰ অৱস্থা ভালৰ ফাললৈ আহিল। কেইবাদিনো নবীন শুবলৈ শোৱনীঘৰলৈ আহিবলৈ আজৰি পোৱা নাই। নন্দেক গোলাপী গাভৰু। তাই জানে বহুতদিনৰ মূৰত নবৌয়েকজনী ঘৰলৈ উভতি আহিছে। সেইবাবেই সেই নিশা ককায়েকৰ ঠাইত তাই থাকিবলৈ স্থিৰ কৰি এক্ৰকম জোৰ কৰি মাকৰ ওচৰৰ পৰা নবীনক ঔাতৰাই পঠিয়ালে।

আজি নবীনে নিজৰ শোৱা খাটখনত কেইবাদিনৰ মূৰত শুবলৈ আহিল। কিন্তু টোপনি গ'ল কলৈ? তাৰ মনটো কিহৰ বাবে ব্যাকুল হৈ আছে বাৰু? তাৰ চিলমিলকৈ টোপনি আহিছিল। ভালেমান নিশা সৰোজ আহি তাৰ শোৱা পাটিখনৰ আঠুৱাখন বৰ সাৱধানে ডাঙি চাকিটো ওপৰলৈ তুলি তাক চাবলৈ ধৰিলে। চাই চাই যেন তাইৰ হেপাহ নপলাব। এবাৰ চাকিটো মাটিত থৈ তাই তাৰ ভৰি দুখন সাৱটি উচুপিবলৈ ধৰিলে। তাৰ টো'পনি ভাগিল তত ধৰিব পাৰি তাৰ বেয়া লাগিল। ইমান কঠুৱাটো সি কোনোকালেই নাছিল।

সি তাইক ওচৰ চপাই আনি মাতিলে, 'সঁৰোজ' !

তাইৰ কিন্তু উচুপনি বন্ধ নহ'ল। বহুত পৰ কান্দি থকাৰ পিছত এবাৰ তাই থোকাথুকি মাতেৰে কলে 'মোৰ বৰ ভুল হৈ গ'ল।' নবীনে বাৰু কি উত্তৰ দিলে ? হয়তো সি কলে 'মাটি আৰু মৰম—মাটিক মৰম কৰিবলৈ হ'লে এখন কোমল হিয়াৰ আৱশ্যক। মাটিক বাদ আমি জীয়াই থাকিব নোৱাৰোঁ।

ভগবানৰ সৃষ্টিও ৰক্ষা নহয়।... সৰোজৰ গৰ্ব্ব আঁতৰিল।

নবীনৰ মাকৰ আৰোগ্য লাভ হৈছে। পথাৰত সোণবৰণীয়া। ধানৰ নাচোন উঠিল। মাটি চহাবলৈ যাওঁতে সৰোজে নবীনলৈ চাই হাঁহে. নবীনৰ বুকুত উৎসাহৰ জুৰি নামে।

ৰংদৈঘাটৰ এই পথাৰখনত বছৰি ফুলিবলৈ ধৰিলে ন-ন সোণফুল।

মাটিৰ মৰম কৰি নবীন ভাগৰি নগ'ল, নবীনৰ দেউতাকো ভাগৰি যোৱা নাছিল ! নবীনৰ পুতেকো নাযায়।

# নিৰলা দাৱনী

নীলা আকাশৰ বুকুৰেদি উৰি যায় চপৰা চপৰ ধূসৰ মেঘ। তলত লুইতৰ পাৰত কঁহুৱা ফুলে নাচোন ধৰে। অদূৰত জালোৱাই মাছ ধৰিবলৈ বুলি খেৱালী জালখন পানীত পেলোৱাৰ লগে লগে চক খায় উঠে পাৰৰ চাকৈ চকোৱা। দূৰণিৰ শ্যামল বন বিৰিণাত মাজে মাজে ঝুগৰ মৰম বিলোৱা কুলি চৰাইৰ কু-উ মাত সমীৰে বোকোচাত বৈ আনি এৰি দিছে নদীৰ তীৰত। অজানিতে ভাদৈৰ শৰীৰত শিহৰণ জাগে। ৰিহাখনৰ আঁচলটো আলফুলকৈ তাই লাহি ককালটোত মেৰিয়ায় লয়। যৌৱনৰ জীয়া ঢলে তাইক যেন উটুৱাই লৈ যাব! মনটো বান্ধিবলৈ তাই যেন অক্ষম হৈ গৈছে। এই বান্ধ নমনা উদ্ধত যৌৱনক সংযত কৰিবলৈ তাই যেন অপৰাগ।

তাইৰ একমাত্র কেচুৱা মনাই এই বছৰৰ আৰম্ভণি হলেই দুবছৰৰ দেওনা পাৰ হ'ব। দুবৈৰ পৰা ভাহি অহা হুচৰিৰ ঢোলৰ চেৱে চেৱে তাইৰ পোনাকণ মনায়ে নাচিছে। বহাগৰ বিহুলৈ বুলি ডেকা-গাভৰুৱে গাৱঁত আখৰা কৰিছে।

এজাৰ গছবোৰত হেঙুলি মঞ্জৰী উপচি পৰিছে। অশোক গছত হাঁহিছে ৰক্ত-ৰঙা অশোক ফুলবোৰে। ডালভৰি লগা ৰঙ, বগা, বেঙুনীয়া কাঞ্চন ফুলবোৰে ফাগুনৰ এই নিলাজ প্ৰকৃতিক আদৰিবলৈকে যেন সাজু হৈছে!

ফলহটোত পানীখিনি ভৰায় লয় তাই। বুকুৰ কোনোবা খিনি যেন উৰলি গৈছে! যোৱা তুবছৰে তাই ৰাট চালে তাইৰ 'কেঁচা সোণ' ভদাই আৰু উভতি নাহিল। সি তাৰ কথা ৰাখিব নোৱাৰিলে। ভদাইৰ লগত তাইৰ বিয়া হোৱা হ'লে হয়তো এই ব'হাগৰ বিহুতে তিনিবছৰ হলহেঁতেন। বান্ধ নমনা চকুলো বাগৰি আহে তাইৰ। খোজ যেন আৰু কাঢ়িব নোৱাৰে! পলম কৰিব নোৱাৰি। ৰহদৈহঁতৰ ঘৰত ঢেঁকী দিব লাগিব। তাৰোপৰি সিহঁতৰ গোহালিটোও অভাব লাগিব। তাৰ পৰাই যাব লাগিব মেথিয়নীৰ তালৈ। গামোচা কিখন শালতে আছে। পুতেক, জীয়েক, জোঁৱায়েকহঁত বোলে অলপতে চুহৰৰ পৰা পাবহি। মেথিয়নীৰ তাঁতলৈ সময় নাই। বিধে বিধে পিঠা সান্দহ ভজাত মেথিয়নী ব্যস্ত। ইপিনে ভঁড়ালৰ ধানো জোখ মাখ কৰাই তাৰ মাজতে পঠিয়াব লগা হৈছে ডোঙৰমলৰ ধান বনা কলত বনাই আনিবলৈ।

তাঁতৰ কাপোৰ বিহু চেৰা হ'ব নেপায়। সেই বাবেই ভাদৈয়েই গামোচাত ফুল বাচি বৈ দিব লগা হৈছে। ইয়াৰ বাবে মেথিয়নীয়ে তাইক কেতিয়াবা দিছিল আধলি বা সিকিটো আৰু কেতিয়াবা এডোখৰ কাপোৰ বা এসন্ধ্যাৰ চাউল মুঠি দিছিল। ৰহদৈহঁতৰ ঘৰত তাই থাকিবলৈ এডোখৰ আশ্ৰয় পাইছিল। তাই জীয়াই থাকিব লাগিব। সমাজৰ চকুত তাইৰ মনাই জাৰজ—তাই গণিকা। কিন্তু তাই কোন—তাইৰ মনাই কাৰ ল'ৰা। এইবোৰ কথা কাৰো আগত কৈ পুতৌ লাভ কৰিবলৈ

হেপাহ নকৰে। তাই জানে তাইৰ জীৱন কলুষহীন। মনাইক তাই মৃত্যুৰ মুখলৈ মেলি দিব নোৱাৰে।

এৰা, লুইতৰ পাৰৰ সেই ৰঙাজান গাঁৱৰ কোনোবা এখন সোণ গজা পথাৰত তাই লগ পাইছিল ভদাইক। পথাৰৰ এঠাইত নিৰলে ধান দাই আছিল তাই। কিন্তু নিৰলে ধান দাবলৈ ভদায়ে তাইক দিলে জানো?

কোনোবা এটা ৰঙা দিনত ভদায়ে ম'হজাক খেদায় আনি লগ পালে হঠাৎ ভাদৈক। বানপানী বিধ্বস্ত অঞ্চলৰ পৰা ভাগি অহা পৰিয়াল ভদাই। ন কৈ উঠি অহা বাবেই পূৰ্ব্বে ভাদৈক ভদায়ে দেখা পোৱা নাছিল হয়তো।

ভাদৈৰ দেহ লতাত তেতিয়া যৌৱনৰ পূৰ্ণ বসন্তৰ পয়োভৰ। পূৰ্ণিমাৰ জোনাকত বিধৌত যেন তাইৰ আটিল শৰীৰ। এই মাত্ৰ ফুলি উঠা। পদুম পাহি যেন নিমজ ধুনীয়া মুখখনত লাজভৰা হাঁহি দেখি ভদাই যেন আচৰিত হৈ গ'ল। তাৰ তাতোকৈয়ো তাইক দেখি ভাল লাগিল যেতিয়া আটিল দুখনি হাতেৰে সৈতে তাই কৰ্ইছিল কঠিয়া। আৰু ভদাই? কল গছৰ গুৰিৰ দৰে পুষ্ট দুটা কলা ফুল, বহল এখন বুকু। ঢৌ খেলা ক'লা চুলি আৰু দৃঢ় সুস্থ মুখমণ্ডলেৰে সৈতে ডেকা আশাবাদী মানুহটো! ভাদৈৰ মনটোত যেন ভদায়ে কিবা আলোড়নৰ সৃষ্টি কৰিলে।

যৌৱনৰ হেজাৰ ছন্দেৰে ছন্দিত হ'ব লাগিছে ভাদৈ ভদাইৰ পৰাণ। সিহঁতৰ কাৰণে আজি জগত ৰঙা আশাৰে ভৰা।

প্ৰথম সাক্ষাততে যেন কামদেৱে সিহঁতলৈ প্ৰণয়ৰ শৰ নিক্ষেপ কৰিলে, কোনো কাৰো ওচৰত হীন নাছিল। ৰজনী-গন্ধাৰ দৰেই সিহঁত যেন শান্ত আৰু শুৱনি। তেতিয়াৰ পৰাই নিৰলাৰ দাৱনী ভাদৈৰ ওচৰলৈ ভদাই আছে। নিৰলে লুইতৰ গোপন স্থানত ইটিয়ে সিটিক নিবেদন কৰে অন্তৰ উজাৰি প্ৰেমাৰ্ঘ্য।

ভদায়ে যেতিয়া ম'হজাকক পানী খুৱাবলৈ আনে তাই ৰ'লাগি চায়। হয়তো ভাবে ভদাইটো বলিষ্ঠ। সোণপাহী, কপাহীৰ গিৰিয়েতকৈ তেনেহলে তাইৰ ভদাইটো কোনো গুণে হীন নহয়। পিছে সিহঁতৰ গিৰিয়েকহঁতৰ অৱস্থা ভদাইতকৈ বহুত ভাল। হওক তেনেহলেও ভদাইটো পৰি মৰা নহয়। ভদাইৰ দিন আছে ভাল হ'ব। বেচেৰাৰ নিজৰ মৰমৰ ঘৰবাৰী তিলে তিলে শক্তি ঢালি গঢ়ি তোলা ধানৰ পথাৰ সকলো লুইতে নিৰ্ম্মম ভাবে সাৱটি ললে। আকৌ ন-কৈ এটা ঘৰ সাজিব লাগিব। অকণমান খেতিৰ মাটি যোগাৰ কৰিব লাগিব। এতিয়াহে ম'হ ৰাখিছে। সদায় কিবা ইয়াকে কৰিবনে? খেৰ বাঁহেৰে কোনোমতে পঁজাঘৰ এটা সাজি লব পাৰিলেই ভদায়ে তাইক বিয়া কৰাব। তাৰ পিছত ভদায়ে পথাৰত মাটি চহাব আৰু তাই ৰুব ভদাইৰ পথাৰত কঠিয়া। সিহঁতে দুয়ো মিলি সৃষ্টি কৰিব ধান, ধন, আৰু? তাইৰ আচৰিত লাগি যায়। কি বোৰ ভাবিছে তাই? আগেয়ে বাৰু বিয়াখনকে হৈ যাওকচোন!

ভালপোৱা সিহঁতৰ ক্ৰমান্বয়ে প্ৰগাঢ় হৈ আহে নিবিড় ভাবে ইটি সিটিৰ বুকুত সোমায় পৰে। কিন্তু মনৰ পৰিতৃপ্তি কাৰোৱেই নহয়। ভদাই অস্থিৰ হয়। তাৰ চিন্তাৰ আদি অন্ত নাই, কেতিয়াবা তাৰ মনটো সাগৰৰ বলিয়া উৰ্ম্মিমালাৰ দৰে বাউল হৈ পৰে।

এনে এটা ক্ষণতে এদিন সি ম'হ জাকক মেলি দি, থমকি থমকি বৈ আগবাঢ়ি আহিল ধান দাই থকা ভাদৈৰ ওচৰলৈ। ভাদৈৰ নিচেই ওচৰ চাপি আহি বৰ মৰমেৰে মাতিলে—

—শুনি যাচোন ভাদৈ—

—আজি নহয় ভদায়—আজি এইখিনি ধান দাই শেষ নকৰিলে নহ'ব। বৌৰ আদেশ।

—থ, থ তোৰ বৌৱেৰৰ আদেশ। ভদায়ে তাইক এক ৰকম জোৰ কৰি লৈ গ'ল—বন-বিৰিণায় ভৰা নিৰ্জ্জন প্ৰান্তৰলৈ। কৰ্দ্দৈ টেঙাৰ গছ এজোপাৰ ছাঁত দুয়ো বহে। দিনটো ৰ'দত ধান দাই ভাদৈজনীৰ গালত মিৰিকা টেঙাৰ বোল লাগিছে।

সি তাইৰ পুষ্ট অবয়বটোলৈ দৃষ্টিপাত কৰি কয়—

—শুন—তোক মই বহুত কথাই কোৱা নাই ভাদৈ। তই হয়তো নাজান মোৰ মাটি-বাৰী ঘৰ-দুৱাৰ লুইতৰ বানে উটুৱাই নিলে।

আশ্ৰয়হীন হৈ মনৰ দুখত দেউতা আৰু আই অগাপিছাকৈ ঢুকাল। আই বোপাই জীয়াই থকাৰ বাবেই দুখ কি বুজা

নাছিলো। হালত হাত দিবলৈ নোপোৱাকৈয়ে জীৱনৰ ওঠৰটা বসন্ত অতিবাহিত কৰিলো। এতিয়া মোৰ পৰিয়ালৰ ভিতৰত ভাই নদাই আৰু ভনী চেনেহী আছে। মই গাঁৱৰ পৰা প্ৰাইমেৰী পৰীক্ষা পাছ কৰি নগৰৰ হাইস্কুলৰ নৱম শ্ৰেণী পাইছিলোলৈ। কিন্তু ঈশ্বৰে যাক দুখ দিওঁ বুলি লাগে তাৰ নিস্তাৰ ক'ত ভাদৈ? কোনো ৰকমে প্ৰাণটো লৈ আমি ইয়ালৈ আহিলো হয়—কিন্তু কৰিম কি? খাম কি ভাদৈ? কপালৰ লিখন অখণ্ডনীয়। মই গোলামী নকৰিলে কোনোৰকমে এই এই পৰিয়ালটোক চম্ভালিব নোৱাৰিম। ম'হ চৰায় মোৰ যৎসামান্যই অৰ্থ উপাৰ্জ্জন হয়। মোৰ নিচিনা উপাৰ্জ্জনক্ষম ডেকা লৰা এটাই এইদৰে ম'হৰ পাল খেদি ফুৰোৱাও এটা অশোভনীয় কথা। এই কাম নদায়ে কৰিব। ভনীজনীয়ে ঘৰখনৰ বন কৰিব, তাৰোপৰি ইঘৰ সিঘৰত ইটো সিটো কৰি দি সামান্য খৰছ তাই উলিয়াব লাগিব।

এইবোৰ কাম কৰা তাইৰ অভ্যাস নাই। কিন্তু লুইতে যে আমাৰ সা-সম্পত্তি মান সম্ভ্ৰম সকলো কাঢ়ি নিলে!

তোক মই ভাল পাই ভুল কৰিলো ভাদৈ। তোক এৰি যাবলৈ মোৰ প্ৰাণে নকয় ভাদৈ, কিন্তু নগলে যে উপায় নাই। বীৰ পুৰুষ ভদাই, কিন্তু নাৰীৰ কাৰুণ্যেৰে ভৰা তাৰ হৃদয়।

মই কালিলৈ জিলাৰ পুলিচ চাহাবৰ দপ্তৰলৈ যাম। কেতিয়াবাই এখন দৰ্খাস্ত কৰিছিলো—তাৰে খবৰটো লৈ

আহিমগৈ। সেই কাৰণে মই তোক দুদিনমান লগ নেপাম।

ভাদৈয়ে স্থিৰ দৃষ্টিৰে ভদায়লৈ চায়—তাৰ উচ্চাৰিত প্ৰতিটো কথা তাই গভীৰ মনোযোগ দি শুনে—শুশুনিব কিয়—ভদায়ে যে তাইৰ এতিয়া কলিজাৰ দৰে হৈ পৰিছে।

দৰিদ্ৰতাই ভদাইক জুৰুলা কৰিছে। নিস্তেজ কৰি দিছে—তাৰ অদমনীয় শক্তিক। ক্ৰমান্বয়ে আহি থকা বানপানীয়ে তাৰ ভৱিষ্যত ধ্বংস কৰি দিছে।

কিন্তু তাই? তাইটো দুখীয়া নহয়! ইমানবোৰ মাটি-বাৰী সিহঁতৰ। ঘৰখনৰ বাবে তাইৰ ককায়েক বেঘাৰামে যথেষ্ট পৰিশ্ৰম কৰে। কিন্তু তাইৰ বৌৱেকজনী বাঘিনী। কি ভাৱ তাইৰ বৌৱেকৰ? বৌৱেকৰ আক্ৰোশ তাইৰ অকৰা ভায়েকটোৰ লগত ভাদৈ বিয়াত নবহিল।

তাই ভদাইৰ কথাবোৰ শুনি উচুপি উচুপি কান্দে।

কান্দি কান্দি তাই ভদাইৰ বহল বুধুখনত ঢলি পৰে। তাইক পৰম চেনেহেৰে বাহু বন্ধনৰ মাজত ভৰায় লৈ ভদায়ে প্ৰাণৰ সকলো আবেগ ঢালি কয় তই নাকান্দিবি ভাদৈ। চাকৰিত মই সোমাই লব পাৰিলেই মই তোক বিয়া কৰাই লৈ যাম। তই কান্দিলে মোৰ বুকুখন ভাগি যাব যেন লাগে অ। ম'হজাক খেদি লৈ ভদায় যায়গৈ। তাই সি নেদেখা হয় মানে পলক নেপেলোৱাকৈ চাই থাকে।

ইমানবোৰ যে ভদাইৰ লেঠা বুজিব নোৱাৰি।

লুইতৰ সিপাৰে পশ্চিম দিগন্ত অস্তগামী সূৰ্য্যৰ ম্লান পোহৰত উদ্ভাসিত হৈ উঠিছে।॰ এটা দুটাকৈ বা দল পাতি বিহগ বিহগী উত্ৰাৱল হৈ উৰি গৈছে, নিজৰ মৰমৰ আশ্ৰয়-স্থল উদ্দেশ্যে। এচপৰা ক'লা মেঘে ৰাঙ্গনী বেলিৰ শেষ পোহৰ কণো আবৰি বৰিলে। লাহে লাহে গছ বিৰিখত এন্ধাৰৰ পাতল ছাঁ ভাহি উঠিল। লুইতৰ নিশ্চল পানীত প্ৰকৃতিৰ এই শোভা অস্পষ্টভাবে বিৰিঙি উঠে—তাই এখোজ দুখোজ কৈ মন্থৰ গতিৰে উভতিল ঘৰলৈ।

ইয়াৰ পিছত এসপ্তাহ পাৰ হৈ গৈছে। এই এসপ্তাহে তাই ভদাইক লগ পোৱা নাই। ভদাই চহৰলৈ গৈছে। অধীৰ আগ্ৰহেৰে তাই ভদাইক লগ পাবলৈ বৈ থাকে। ইয়াৰ পিছত তাইলৈ দুই এটা অকিঞ্চন উপহাৰ লৈ ভদাই চহৰৰ পৰা এদিন উভতি আহিল।

—এৰা ভাদৈ, এইটো ফাগুন মাহ। তোক মই অহা ব'হাগতে ঘৰ সুমুৱাম। কিন্তু সম্প্ৰতি মই কামত ভৰ্ত্তি হবলৈ যাব লাগিব। মই এতিয়া ডিব্ৰুগড়তে কাম শিকিব লাগিব। বিহুত আহিমেই দেই। তই চিন্তা নকৰিবি বুজিছ। এবুকু ৰিক্ততাৰ বোজা ভাদৈৰ বুকুত জাপি দি ভদাই গ'লগৈ।

আগন্তুক উজ্বল ভৱিষ্যতৰ সম্ভাৱনাত নতুন উদ্যম উলাহেৰে ভাদৈয়ে তাঁতশালত পলকতে তোলোঠা ঘূৰাবলৈ ধৰিলে।

মৰমৰ দীঘ দি চেনেহৰ বাণি দি ইখনৰ পিছত সিখনৰ গামোচা ভাদৈয়ে বৈ উলিয়াবলৈ ধৰিলে।

ন-ন মৰমৰ ফুলেৰে গামোচাত বাচিলে নতুন ফুল। সেইয়া বিহুচোন পালেহিয়েই। গাৰঁত হুচৰিৰ বাবে আখৰা হ'ব লাগিছে। লগে লগে তাইৰ দোৰপতি ঘনে ঘনে চলে। আশা আকাঙ্ক্ষাৰে মনটো আলোড়িত হয় তাইৰ।

ব'হাগৰ বিহুলৈ আৰু কেই দিনমান মাথোঁ আছে। কিন্তু ভদায় আহি পোৱা নাই কিয়? তাই বৰ হেপাহেৰে বাট চায় থাকোঁতে এদিন নদায়ে কৈ থৈ গ'ল তাইক, ককায়ে খবৰ পঠিয়াইছে বৰ জৰুৰী কামত বোলে ককাইক নগাপাহাৰৰ চেচুহুমালৈ পঠিয়াইছে। কিন্তু ককাই বোলে যেনে হলেও বিহুৰ ভিতৰতে পাবহি।

মনটো কেনেবা লাগি যায় তাইৰ।—নগাপাহাৰ? চেচুহুমা? আকাশী সৰগ ভাগি পৰে। তাইৰ জীৱনটোৰ ছন্দবোৰ যেন—হেৰায় যাব! মস্থিত প্ৰাণটোত ভদায়ে আহি কেইদিনমানৰ বাবে ভদায়ে অভয় বাণীৰে শান্তিৰ সুষমা ঢালিছিল, তেন্তে সেয়া সপোন?

তাই ঈশ্বৰক মিনতি কৰি কয়, 'ৰক্ষা কৰা প্ৰভু—কোনে জানে তাইৰ প্ৰাৰ্থনাই ভগবানৰ অন্তৰত দোলা দিবলৈ সমৰ্থ হ'লনে নাই?

বোৱৈকৰ ককৰ্থনা বাঢ়িছে। লগে লগে ককায়েকৰ উদাসীনতা বাঢ়িছে আৰু বাঢ়িছে তাইৰ কামৰ বোজা।

ব'হাগৰ বিহু পাৰ হৈ গ'ল। ভদাই নাহিল অহুকাণে পহুকাণে গাৱঁৰ সকলোৱে শুনিলে বিদ্ৰোহী নগাৰ নিষ্ঠুৰ হাতত ভদাইৰ মৃত্যু হৈছে। চূৰমাৰ হৈ গৈছে তাইৰ আশা-আকাঙ্ক্ষা। কিন্তু জীয়াই থকাৰ মোহ তেতিয়াও ভাদৈৰ আছিল—কিয়নো ভদাইৰ বংশধৰ মনাই তেতিয়াও মানুহ হ'বলৈ বাকী।

মনাইৰ জন্ম হ'ল, কিন্তু হলেও তাইৰ দুৰ্দ্দশাৰ সীমা নৰ'ল। ক'লৈ যাব তাই ? কোনো দিব তাইক আশ্ৰয় ? তাইৰ আশা কিজানি ভদাই উভতি আহেই !

এটা এটা কৈ তিনিটা বছৰ পাৰ হৈ গ'ল। ভদাই নাহিল। মনাই এতিয়া দুবছৰীয়া। ঘৰৰ পৰা ককায়েক বৌৱেকে তাইক উলিয়াই দিছে—তাই পতিতা! তথাপি তাই জীয়াই আছে, থাকিব। তাইৰ মনাইক ডাঙৰ কৰিব লাগিব।

হঠাৎ মনাইৰ কান্দোনত তাইৰ চেতনা আহে। লৰালৰিকৈ মনাইক বুকুত কান্ধি কাষত ভৰা কলহটো লৈ তাই দ্ৰুতগতিৰে আগবাঢ়ে—বালিচন্দাৰ চিকমিকনিৰে উপচি থকা পথটোৰে।

## সমাধান বিচাৰি

এই খন চিঠি বন্ধু প্ৰভাতে লিখিছে।

মৰমৰ বন্ধু,

আজি যি কথা তোক কবলৈ ওলাইছোঁ, এই কথা যে কাৰোবাক কেতিয়াবা ক'ব লগা হ'ব—মই সপোনতো ভবা নাছিলো এই কথা। নভবা নিচিন্তাকৈয়ে বহুত ঘটনা ঘটি যায়—ইয়াৰ দ্বাৰা কেতিয়াবা কোনোবাজনে হয়তো লাভ কৰে আশাৰ অতীত আৰু কোনোবাজনে কিবা হেৰুৱাই ওৰে জীৱন হাহাকাৰ কৰি মৰে। তই মোৰ মনোভাৱ উপলব্ধি কৰিব পাৰিবি বুলিয়েই এই চিঠি মই তোলৈ লিখিলো। মোৰ মনোভাৱ বুজিবলৈ তই নিশ্চয় চেষ্টা কৰিবি।

দুৰ্ভাগ্যই হওক আৰু সৌভাগ্যই হওক কটন কলেজত পঢ়ি থকা কালছোৱাত মই তোক বন্ধু হিচাবে লাভ কৰিছিলো—তই মোৰ ইমান কাষ চাপিছিলি যে হয়তো ইয়াক বন্ধু বুলিলে সুশুৱাব। তই মোৰ ব্যক্তিগত সকলো কথাই জানিছিলি। কটনলৈ বহুত আহিল আৰু গ'ল। নতুন জীৱনৰ জ্যোতি-ৰেখাৰ অনুসৰণকাৰী নতুন ডেকা গাভৰু আহে—মাজত দুদিনমানলৈ সিহঁতে এই কলেজৰ মনোৰম আৱেষ্টনীৰ মাজত উজ্বল ছবি আঁকে—ভৱিষ্যতৰ--তাৰ পিছত গুচি যায়—হয়—জালুকবাৰী—নহয় কোনো নিৰ্দ্দিষ্ট ঠাইলৈ।

আমিও এদিন কটনৰ পৰা ওলায়—জালুকবাৰীলৈ দৌৰিলোঁ। ইয়াত জ্বলে—জ্ঞানৰ অখণ্ড প্ৰদীপ। এই

প্ৰদীপৰ পোহৰত আমিও আগবাঢ়িম—নতুন বিশ্বৰ নতুন পথত। জালুকবাৰীত কঠোৰ শ্ৰম কৰি এদিন এম. এ. ডিগ্ৰী লৈ ওলায় আহিলো প্ৰায় তিনিবছৰৰ মূৰত ইয়াৰ পৰা। তোৰ বুদ্ধি আছে নহ'লে বাৰু বি, এছ, চি, পাচ কৰিয়েই তই ডিগবৈত কামটো কেনেকৈ যোগাৰ কৰিলিহেঁতেন? ভালেই কৰিলি। জ্ঞান আৰ্জিলেই জানো পেট ভৰিব? তোৰ অৱস্থা আজি মোতকৈ বহুত উন্নত। মোৰ ঘৰলৈ আহ—দেখিবিহি? জীৰ্ণ এটা ভাৰা ঘৰ, উৰলি যোৱা মূধচ মলিয়ন শয্যা, ধুলিময় মেজ, চকী। অভ্যাগতক আদৰিবলৈ আছে তুটাফুটা নাল ভঙা কাপ। দৰ্মহাৰ তিনিভাগ ঘৰলৈ পঠিয়াই দিওঁ। মোৰ পৰিয়ালটো কিমান চহকী তইটো জানই। ভনী স্নেহ—যি জনীক এদিন তোলৈ দিম বুলি তোক প্ৰায়েই জোকাইছিলো—চাৰিটা লৰা-ছোৱালী লৈ কপালৰ ফোঁট মোহাৰি পুনৰ ঘৰলৈ উভতি আহিছে। দেউতা বহুত দিনৰ পৰাই শয্যাশায়ী। বাৰু এইবোৰ থাওক দে। তই হয়তো পঢ়ি আমনিকে পাবি। এতিয়া আচল কথাটো কওঁ শুন—তৃতীয় বাৰ্ষিক শ্ৰেণীত অধ্যয়ন কৰি থকা কাল-ছোৱাত মই বিজ্ঞানৰ প্ৰথম বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰী মূৰ্চ্ছনাক ভাল পাইছিলো। তোৰ নিশ্চয় মনত আছে। তাই বিজ্ঞানৰ ছাত্ৰী, মই আৰ্টচৰ ছাত্ৰ। কিন্তু কিহে মোক তাইৰ কাষ চপাই দিলে জান? সেয়া তাইৰ মধুৰ কণ্ঠ। কটনৰ উৎসৱ বিলাকত মিউজিক চেক্ৰেটেৰী তাইৰ ওচৰলৈ গৈছিলো তাইক

নিৰ্দ্দিষ্ট অনুষ্ঠানত অংশ গ্ৰহণ কৰিবলৈ সম্মানেৰে আমন্ত্ৰণ জনাইছিলো—তাইয়ো সেই আমন্ত্ৰণ গ্ৰহণ কৰিছিল অতি বিনয়েৰে। তাইৰ মৌ বৰষা কণ্ঠৰ পৰা যি সুৰৰ জোৱাৰ নামিল এই জোৱাৰে তাইৰ কাষলৈ মোক ঠেলি নিলে। ইমানেই তাইৰ কাষ চাপি গৈছিলো যে এদিন বিন্দুমাত্ৰও প্ৰভেদ তাইৰ আৰু মোৰ মাজত নোহোৱা হৈ গৈছিল। কলেজৰ তেতিয়া আমি ডেকা গাভৰু। আমাৰ সম্মুখত আছিল দিগন্ত প্ৰসাৰী ৰামধেনু-সপোন। শৰীৰত আছিল অক্ষয় শক্তি, মনত আছিল অন্তহীন আশা, চকুত আছিল নিঃসীম ভাষা।

কলেজৰ ডেকা-গাভৰুৰ মাজত প্ৰেম হোৱাটো নতুন কথা নহয়। কিন্তু প্ৰেম হলেই যে মিলনৰ পথত বাধা নাথাকিব সি নহয়। প্ৰেম মানেই যন্ত্ৰণা। প্ৰেম যন্ত্ৰণাৰেই এটা স্বৰূপ মাথোন। কিন্তু আমাৰ মিলনৰ পথত কোনো প্ৰাচীৰ সুঠিল—বা আকাশৰ জোনটোকো ডাৱৰে ঢাকিব লগা নহ'ল। কিয়নো আমাৰ দুয়োৰে অভিভাবকসকলৰ ইচ্ছা অনুযায়ী আমাৰ বিয়া স্থিৰ হৈ গ'ল। বৰ সহজে মই মূৰ্চ্ছনাক লাভ কৰাৰ সম্ভাৱনা দেখি ভগবানৰ উদ্দেশ্যে হাজাৰ বাৰ প্ৰণতি জনালো। ইয়াৰ পিছত তাইৰ সুৰৰ লহৰে মোৰ মনোকুঞ্জত লহৰী তুলিছিল—এই সুৰৰ ঢৌত মোৰ সমগ্ৰ সত্তা উটি গৈছিল—তহঁতে জানই। এইবোৰ পুৰণি কথা।

মোৰ ভাবী শহুৰ অৰ্থাৎ মূৰ্চ্ছনাৰ দেউতাকৰ ইচ্ছা তাই আই. এচ. চি পাচ কৰি মেডিকেল কলেজত নাম লগাওক।

তাই এম. বি. বি. এচ. টো পাচ কৰক আৰু মইয়ো ইতিমধ্যে এম. এ. পাচ কৰি স্বাৱলম্বী হৈ থিতাপি লওঁ। ইয়াৰ পিছত আমাৰ বিবাহৰ আৰু কোনো প্ৰতিবন্ধক নেথাকিব।

দেউতাকৰ ইচ্ছা অনুসৰি যথাসময়ত মূৰ্চ্ছনাই মেডিকেল কলেজৰ প্ৰথম বাৰ্ষিক শ্ৰেণীত নাম লগালেগৈ। তাই গুৱাহাটীৰ পৰা আঁতৰি যোৱাত মোৰ মনটো বৰ নিৰুৎসাহ হৈ পৰিছিল। অলেখ পখীৰ কূজন, যেন নিমিষতে স্তব্ধ হৈ গৈছিল। তথাপিও সময় বাগৰিছিল—যেনেকৈয়ে অতীতত সময় বাগৰিছিল। কালৰ এই দুৰ্জ্জয় গতিক ৰোধ কোনে কৰিব! স্বচ্ছ সৰোৱৰত ফুলি থকা শ্বেত কমলৰ দৰেই তাইৰ প্ৰেম। মোৰ পৰা তাই দুদিনমান চিঠি পোৱা পলম হলেই তাই অভিমান কৰি মোলৈ চিঠি দিয়ে। তাইৰ এই অভিমান-বোৰত মোৰ প্ৰতি কিমানখিনি মৰম নিহিত হৈ আছে ভাবোঁ—, ভাবি আপোন পাহৰা হওঁ।

এদিন মই খবৰ পালো যে মই সুখ্যাতিৰে এম. এ. পাচ কৰিছোঁ। সেই দিনটোৰ দৰে আৰু দিন যদি মোৰ জীৱনলৈ আহিলহেঁতেন বন্ধু।

মূৰ্চ্ছনাৰ পৰা আৰম্ভ কৰি মোক চিৰদিন মৰম চেনেহেৰে বান্ধি ৰোৱা আত্মীয়-স্বজন, বন্ধু বৰ্গৰ পৰা পোৱা অভিনন্দনেৰে মোৰ মেজ উপচি পৰিল। ইয়াৰ পিছতে এদিন মই ভৰ্ত্তি হলোহি এই কটনতে। ইয়াত ভৰ্ত্তি হোৱাৰ পিছত আৰু ৰক্ষা ক'ত! কন্যাদায়ৰ পৰা মুক্তি দিবলৈ দৈনিক হেজাৰ

ৰকমৰ চিঠি নানান ঠাইৰ অভিভাবকসকলৰ পৰা পাবলৈ ধৰিলো। কন্যাদায়ৰ পৰা ৰেহাই দিবলৈ দেউতাকহঁতৰ কি আকুল মিনতি! মই সকলোলৈকে জনাইছিলো যে মোৰ বিয়া স্থিৰ হৈ গৈছে।

অৱশ্যে মই মূৰ্চ্ছনাৰ বাবে বহুত দিন ৰ'ব লাগিব। কোনো কথা নাই, মূৰ্চ্ছনাৰ মৰমত ডুবি থাকিব পাৰিলে এবছৰ দুবছৰ নেলাগে গোটেই জীৱন আৱশ্যক হলে ৰৈ থাকিম। পশ্চিম আকাশত যেতিয়া অৱসন্ন বেলিটো ধীৰে ধীৰে নিশ্চিহ্ন হৈ গৈছিল, যেতিয়া দিগন্তৰ কোনোবা অখ্যাত শিল্পীয়ে কৃষ্ণচূড়াৰ বোলেৰে আকাশত আলপনা আঁকিছিল, যেতিয়া বিশাল লুইতৰ ওপৰেদি কৰ কাকলিৰে বতাহে ঢৌ ৱাই উৰি গৈছিল অলেখ বিহঙ্গ তেতিয়াই মইয়ো আহি সোমাওঁহি মোৰ ৰিক্ত পঞ্জাঘৰটোত। দিনটোৰ গধুৰ শ্ৰমৰ পাচত মই সততে ক্লান্ত হৈ পৰোঁ। প্ৰথমে এই জীৱনত লাভ কৰিছিলো আনন্দ—সেয়া নতুনত্বৰ। কিন্তু দিনবোৰ পুৰণি হৈ অহাৰ লগে লগে এই আস্বাদ কমি আহিবলৈ ধৰিলে। কলেজৰ পৰা আহি পোৱাৰ লগে লগে ৰান্ধনি লৰা চিকণে একাপ চাহ আৰু এখন প্লেটত দুখন বিস্কুত বা ৰুটি দুই স্লাইচ আনি মেজত থয়হি। ইমানেই আড়ম্বৰ মোৰ সংসাৰখনৰ। মোৰ বাবে কোনো নাই যে অধীৰ ভাবে কোনোবাই মোৰ বাবে অপেক্ষা কৰিব! কোনোবাই ঘনেপতি অস্থিৰ চিত্তে বাহিৰ ভিতৰ কৰিব। মোৰ আগমনৰ লগে লগে কাৰোবাৰ চঞ্চল

পদধ্বনিয়ে মোৰ বুকুত সঞ্জীৱনী সুধা দান কৰিব! তথাপি সঙ্কল্প মোৰ স্থিৰ। প্ৰয়োজন, শক্তি আৰু ধৈৰ্য্যৰ। মূৰ্চ্ছনা মোৰ। দুদিন দেৰীকৈ হলেও তাই মোৰ ওচৰলৈ আহিব। তাইৰ আগমনে মোৰ মন আকাশত সৃষ্টি কৰিব মেঘ মল্লাৰৰ—মন পথাৰত ফুলাব বিচিত্ৰ ফুল্ল-কুসুম, সুৰৰ ছন্দেৰে ছন্দিত কৰিব মোৰ বিক্ষুব্ধ আত্মা। ভগবান শক্তি দিয়া এই নিঃসঙ্গৰ দিন কেইটা পাৰ কৰি দিয়া। কেতিয়াবা নিজৰ ওপৰত আস্থা হেৰায় যাব খোজে!

অৱশেষত এদিন চিৰ আকাঙ্খিত খবৰটো পালো। মূৰ্চ্ছনাই এম. বি. বি. এচ. সুখ্যাতিৰে পাচ কৰিছে। এই খবৰ পাই মই আনন্দত আত্মহাৰাৰ দৰে হলো। এই দিনটোৰ বাবেই যে মই ইমান দিন অপেক্ষা কৰিছিলো! তাইক অভিবাদন জনাবলৈকে মই উৰাজাহাজেৰে ডিব্ৰুগড়লৈ আহিলো। মোৰ জীৱনত এইটো বিৰাট সফলতা, সেয়ে হয়তো সেইদিনা মোৰ বাবে এইটো আনন্দোৎসৱৰ দিন। মূৰ্চ্ছনাৰ সফলতাই যে মোৰ জীৱনৰ বহুতবোৰ অপূৰণ পূৰ্ণ কৰি দিব!

এপৃথিৱী আশা লৈ মই যেতিয়া তাইৰ কাষ চাপিলোহি তেতিয়া মই অনুভৱ কৰিলো তাই যেন ইতিমধ্যে মোৰ পৰা বহুত আঁতৰি গৈছে! তাইৰ এই অস্বাভাৱিক গম্ভীৰতাই মোৰ বুকুত খুন্দিয়ালে। আৰু মোৰ নিজৰ অৱস্থিতিৰ সম্বন্ধেই সন্দেহ হৈ গৈছিল—যেতিয়া মোৰ হিয়া ভৰা অভিনন্দনৰ প্ৰত্যুত্তৰ তাই দিছিল এটা কৃত্ৰিম হাঁহিৰে। মই হতবম্ব

হলো। তথাপিও মই ভাবিছিলো তাই ব্যস্ততাৰ বাবেই এনে কৰিছে। তাইক নিৰলে লগ ধৰিবলৈকে মই তাত কেইবা দিনো আছিলো। এদিন মেডিকেল কলেজৰ অহা যোৱা বাটত তাইক লগ ধৰি সুধিলো 'মূৰ্চ্ছনা, ব'লা আজি এখন ছবিকে চাই আহোঁ। মই কালিলৈ যামগৈ।" ক'বলৈ পাহৰিছো তাই তেতিয়াও ডিব্ৰুগড়ৰ মোমায়েকৰ ঘৰতে আছিল। তাই মোৰ অনুৰোধ উপেক্ষা কৰি কলে মাফ কৰিব দেই। প্ৰফেছাৰ বৰুৱাৰ তাত আজি চাহৰ নিমন্ত্ৰণ আছে। মই কি উত্তৰ দিম? ব্যস্ত তাই। জীৱনৰ সফলতা তাই অৰ্জ্জন কৰিছে। অতীতৰ দাপোন বাস্তৱৰ দানব হাতে চূৰমাৰ কৰি দিছে। তাইৰ কাৰণে ৰঙা ভৱিষ্যতৰ হাত বাউল আছে। তাই সংসাৰৰ সেউজীয়া মসৃণ পথেদি খোজ বঢ়াব।

মই মাথোঁ কোনোমতে উত্তৰ দিয়া মনত পৰে— বাৰু থাকোঁ যদি আন এদিন যাম। তাইৰ ওচৰৰ পৰা কেনেকৈ আহিছিলো মোৰ মনত নাই। তথাপি মোৰ অৱস্থা বৰ দুখ লগা আছিল নিশ্চয়। তথাপি 'নমৰো মানে যুঁজিম' এই কথাষাৰকে অৱলম্বন কৰি ইয়াৰ পিছত কেইবা দিনো তাইক লগ পাবলৈ প্ৰতীক্ষা কৰিছিলো। সফল যে নহলো এই—কথা তুনাই বোধ কৰো কবৰ আৱশ্যক নহব। মূৰ্চ্ছনালৈ বুলি যিটো ঘড়ী নিছিলো সেই ঘড়ীটো ওভোটাই আনিবলৈ মন নগ'ল। আহিবৰ সময়ত মাত লগাবলৈ গৈ তাইক লগ

নেপায় মামীয়েকৰ ছোৱালীজনীৰ হাতত এই উপহাৰটো দি থৈ আহিলো।

ইয়াতে মোৰ জীৱনত বিৰাট পৰাজয় ঘটিল। কোনোবা বৰুৱাৰ বাবে বিয়াকুল হৈ থকা মূৰ্চ্ছনাৰ ব্যৱহাৰে মোৰ মনটো ভাঙি দিলে। ইয়াৰ পিছত মই তাইৰ খবৰ লোৱা নাছিলো। জানিছিলো ডাক্তৰ বৰুৱাৰ সহকাৰী মিচ মূৰ্চ্ছনা চলিহা বোলে বৰুৱাৰ সোঁহাত স্বৰূপ। গা মোৰ জুইয়ে পোৰা দি পুৰিবলৈ ধৰিলে। মোৰ বুকুৰ ভিতৰত যেন প্ৰলয় হ'ব—আকাশ মাৰ্গতো বাজি উঠিল যেন প্ৰলয় শঙ্খ! মোৰ মূৰ্চ্ছনা যেতিয়া লোকৰ হৈ যাব তেতিয়াও মই গোপনে এই নিৰ্য্যাতন সহি যাব লাগিব!

খোৱা বোৱাৰ কথা পাহৰি যোৱাৰ দৰে হলো। চিকৰ নথকা হ'লে হয়তো মোৰ এই জগতত অৱস্থিতিৰ বিষয়েই সন্দেহ আছিল। মই বিচাৰিলো অধ্যয়নৰ মাজত হেৰায় যাবলৈ। কেতিয়াবা নিশাবোৰ অধ্যয়নৰ মাজেৰেই পাৰ হৈ যায়।

—আৰু এদিন গম পালো অহা বছৰতে ডাঃ বৰুৱা আৰু মিচ্ চলিহা উভয়ে যাব নিউয়ৰ্কলৈ।

বুকুৰ জুইকুৰা অখণ্ড ভাবে জ্বলিয়েই থাকিল। আৰু এই জুইৰ তাপত মোৰ অস্থি দেহা মৰ্ম্মৰি উঠিল। মোৰ বাবে এইদৰে জীয়াই থকাটো অসম্ভৱ কথা হৈ পৰিল।

হঠাতে এদিন মই মন থিৰ কৰিলো যে নিভাজ মই বিয়া কৰাম। মোৰ অতীতৰ ওপৰত উই-হাফলু উঠিল। এই

উঁই-হাফলুৰ মাজৰ পৰা এটা নতুন জীৱনৰ সৃষ্টি হ'ব—সেই নতুন জীৱনটো যে মোৰ বাহিৰে কোনোৱেই নহয়—তই নিশ্চয় বুজিছ ।

মই নতুনকৈ নিভাৰে সৈতে ঘৰ বান্ধিম । ইয়াত জানো ৰামধেনুৰ ৰং নাথাকিব ?

নিভা মোৰ ছাত্ৰী । দেখাত তাই অশুৱনি নাছিল । শুৱনিও ঠিক বুলিব নোৱাৰি—কিন্তু চকু-হালি বৰ মৰম লগা—বৰ নিৰীহ ।

তৃতীয় বাৰ্ষিক শ্ৰেণীৰ নিভাক মই প্ৰথমৰ পৰাই লক্ষ্য কৰিছিলো এই বাবেই যে তাই আনবোৰ ছোৱালীতকৈ অলপ বেলেগ আছিল । তাইৰ যেন মোৰ প্ৰতি কিবা এটা মৰম আছিল । তাইৰ চকুলৈ মই কেতিয়াও চাব পৰা নাছিলো । কেতিয়াবা তাইৰ চকুত মোৰ দৃষ্টি গৈ নিবদ্ধ হলেগৈ শৰীৰত অনুভৱ কৰোঁ এক অদ্ভুত শিহৰণ ! সুযোগ বিচাৰিলো কি উপায়েৰে তাইক লগ ধৰিব পৰা যায় ।

ঈশ্বৰৰ অশেষ কৰুণাত এটি নিৰল সন্ধিয়াত তাইক লগ পালো কলেজৰ কম্পাউণ্ডতে । সেই দিনা কলেজত বিচিত্ৰানুষ্ঠান হৈছিল । তাইক এডোখৰ নিজান ঠাইলৈ মাতি নি মোৰ মনৰ কথা কলো । তাইৰ লগত গোপনে সেই দিনাই তেনেকৈ কথা পাতিছিলো । কিন্তু প্ৰথম হলেও মই কথাখিনি কৈ দিবলৈ অস্বস্তি বোধ কৰা নাছিলো । তাই মোৰ এই ব্যৱহাৰক কি দৰে গ্ৰহণ কৰিছিল আজিও কব নোৱাৰোঁ ।

—মোৰ কথাবোৰ শুনি তাই বহুত পৰ নিৰুত্তৰ হৈ আছিল। তাৰ পিছত তাই কথা ক'লে। কথা কলে কিন্তু বৰ সংক্ষিপ্তকৈ। 'তাই মোৰ দায়িত্ব লবলৈ প্ৰস্তুত'। শান্ত, সৌম্য ছোৱালীজনীৰ স্থিৰ সিদ্ধান্ত দেখি মই বিস্ময় মানিলোঁ।

ইয়াৰ পিচত আমাৰ মাজত সম্বন্ধ ক্ৰমে প্ৰগাঢ় হৈ আহিবলৈ ধৰিলে। মোৰ মনৰ পলাশ বন আকৌ ৰঙা হৈ উঠিল— মূৰ্চ্ছনাক হেৰুৱাই মোৰ ভয়ঙ্কৰ ক্ষোভ হৈছিল। বুকুৰ ভিতৰ এতিয়া মোচৰ খায় উঠে। কিন্তু সান্ত্বনা আছিল—নিভাই মোৰ অন্তৰত শান্তিৰ বতাহৰ সৃষ্টি কৰিব।

তাইক মৰম কৰোঁ। আৰু কেতিয়াবা আচম্বিতে দেখোঁ সেইখন মুখ মূৰ্চ্ছনাৰ—আবেশেৰে মাতোঁ—মূৰ্চ্ছনা—মূৰ্চ্ছনা। এনেবোৰ ভুলৰ বাবে তাই মাথোঁ তেতিয়া সজল চকুজুৰিৰে মোলৈ—এনেভাবে চাইছিল—মই উপলব্ধি কৰিছিলোঁ তাইৰ সেইয়া প্ৰতিবাদৰ ভাষা। ভুল ভ্ৰান্তি—মৰম—ভাল পোৱাৰ মাজেদি মোৰ দিনবোৰ পাৰ হৈছিল। এনেতেই এদিন সেই চিঠিখনে মোৰ একৰকম থিতাপি লোৱা জীৱনটোৰ আউল লগায় দিলে—

প্ৰিয়,

শুনিছোঁ কোনোবা নিভাৰ লগত তোমাৰ বিয়া। এই বিয়া হৈ গ'লে মোৰ অৱস্থা হ'ব কি—তুমি এবাৰ ভাবি চাইছানে? মই কাৰ আশ্ৰয়ত থিয় হম? তুমিটো এবাৰ

মোক সুধি চাব লাগিছিল ? মই পাপ কৰিছিলো—ঈশ্বৰে নসহিলে। মই মাত্র আজিহে গম পালো—প্রফেচাৰ বৰুৱাৰ বক্ষিতা স্ত্রী শিলঙত আছে। তেওঁৰ লৰা-ছোৱালীও আছে। পূৰ্ব্বে মই এইবোৰৰ একো খবৰ পোৱা নাছিলো। সেই ৰমণী কোনোবা হস্পিতেলৰ হেনো এসময়ত নার্চ আছিল।

মোৰ দোষ অমাৰ্জ্জনীয়। তথাপি আকাশৰ দৰে উদাৰ হিয়াই মোক মাৰ্জ্জনা কৰিবই।

ইতি—

তোমাৰেই মূৰ্চ্ছনা।

এই চিঠিখন মোৰ বাবে ভয়ঙ্কৰ হৈ পৰিল। গোলোকৰ অগ্নি স্ফুলিঙ্গই মোক যেন দহি নিছে! দুশ্চিন্তা-ভাবনাত মই শয্যাগত হলো।

আৰু মোক চাবলৈ যেতিয়া নিভা আহিছিল—কঁপা হাতেৰে এই চিঠিখন তাইৰ হাতত তুলি দিলো।

উস ! তাই চিঠিখন পঢ়ি কি উত্তৰ দিলে জান বন্ধু ?

"আপুনি মোৰ গুৰু। মই আপোনাৰ ছাত্রী। আপোনাৰ যন্ত্রণা দেখি মই আপোনাক কিঞ্চিৎভাবে হলেও শান্তি প্রদান কৰিবলৈ আগ-বাঢ়ি আহিছিলো মাথোন। দুদিনমান আপোনাৰ স্নেহৰ পাত্রী হৈ থাকিলো। আপোনাক মূৰ্চ্ছনাৰ হাততে সোধাই দিব পাৰিলে মই পৰম শান্তি লাভ কৰিম। আপোনাৰ সুখেই মোৰ সুখ।

ভোগটো সকলোৱেই কৰে। ত্যাগ কৰে কেইজনে ?

মোৰ কাৰণে নেভাবিব। কক্ষ পথত আগ বাঢ়োঁতে দুদিন-মানৰ বাবে দুটা গ্ৰহ একে বিন্দুত উপনীত হৈছিলোহি। আকৌ আমি আগবাঢ়িম—বাঢ়িব লাগিব। শেষৰ কথাখিনি অস্পষ্ট হৈ আহিছিল।

চকুলোৱে তাইৰ গাল তিতি গৈছিল।

বন্ধু—এই বহুমূলীয়া ৰত্নক কি বুলি ওভোটাই দিম—তোৰ পৰামৰ্শ বিচাৰিছোঁ। মৰম লবি—

তোৰ বন্ধু প্ৰভাত

# মাতৃ পূজাৰ অৰ্ঘ্য

**শ্ৰীলক্ষেশ্বৰ শৰ্ম্মা**

**শ্ৰীপ্ৰণীতা দেৱী**

১। মাতৃ

২। পম্পিয়াইৰ প্ৰলয় কাহিনী

৩। গ্ৰীচ আৰু ৰোমৰ সাধু কথা

৪। জয়-হিন্দ ( নামান্তৰ—একৈছটা সাধু )

৫। আচাৰ্য্য বিনোৱা ভাবে

৬। পৰীৰ দেশৰ সাধু

৭। ধূপ ধুনা

৮। বনশিল্পিৰ উচুপনি

৯। জীৱনৰ লালসা

১০। পতি আৰু পত্নী

১১। মান দেশৰ সাধু

১২। গ্ৰীম ককাৰ সাধু

১৩। মধু পৰ্ক

১৪। মিছিমি পৰ্ব্বতৰ ৰংশিঙা

১৫। লুইতপৰীয়া বুঢ়া জালোৱা

১৬। ৰামায়ণ

১৭। মোৰ জীৱন কাহিনী ( মহাত্মা গান্ধী )

১৮। দক্ষিণ ভাৰতত এভুমুকি

১৯। তাও-তে-চিং

**চপলা বুক ষ্টল**

**শ্বিলং : অসম**